।। শ্ৰীহৰিঃ ।।

# আদৰ্শ গল্প সংকলন

आदर्श कहानियाँ (অসমীয়া)

গীতা প্ৰেছ, গোৰখপুৰ

।। শ্ৰীহৰিঃ ।।

# অনুবাদকৰ এষাৰ

সমাজৰ সকলো স্তৰৰ লোকেই সাধুকথা বা গল্প শুনি বা পঢ়ি কম-বেছি পৰিমাণে আপ্লুত হয়। সমাজ জীৱনৰ নানান কথা এই গল্পসমূহৰ কাহিনীৰ জৰিয়তে পাঠকৰ সমুখত দাঙি ধৰা হয়। এনে ধৰণৰ কাহিনীসমূহৰ কিছুমান কাহিনী বছৰ বছৰ ধৰি মুখ বাগৰি আহি আজিও আমাৰ মাজত সিঁচৰিত হৈ আছে। এনেবোৰ কাহিনীৰ জৰিয়তে ডাঙৰসকলৰ মনত কিছু চিন্তাৰ উদ্ৰেক কৰাৰ উপৰিও শিশু সকলৰো চৰিত্ৰ গঢ়াত সহায় কৰি আহিছে। সেইবাবে পৰম শ্ৰদ্ধেয় স্বামী ৰামসুখদাস মহাৰাজে সৎসঙ্গত তত্বকথাসমূহ সহজভাৱে বুজাবলৈ যাওঁতে অৱতাৰণা কৰা বিভিন্ন কথা-কাহিনীয়ে সকলোৰে হৃদয়ত গভীৰ প্ৰভাৱ বিস্তাৰ কৰা দেখা গৈছে। সেই কাহিনীবোৰৰপৰা বত্ৰিশটা কাহিনী বাছি লৈ অসমীয়া ভাষাত অনুবাদ কৰি এই পুথিখনি প্ৰস্তুত কৰা হ'ল। কাহিনীসমূহ পঢ়ি পাঠকসকল অনুপ্ৰাণিত হ'ব বুলি আশা কৰিলোঁ।

**শশীন্দ্ৰ কুমাৰ অধিকাৰী**

# সূচীপত্ৰ

# ১. ভগবৎ কৃপা

এজন ৰজা আছিল। তেওঁৰ মন্ত্ৰীজন খুবেই ঈশ্বৰ ভক্ত আছিল। ঈশ্বৰৰ প্ৰতি তেওঁৰ ইমানেই অগাধ বিশ্বাস আছিল যে ভাল-বেয়া যিয়েই নঘটক কিয়, সকলোতে মন্ত্ৰীৰ একেই কথা, “ভগৱানে যি কৰে মঙ্গলৰ বাবেই কৰে।”

এদিন ৰজাৰ এজন পুত্ৰৰ মৃত্যু হ'ল। সেই খবৰ শুনি মন্ত্ৰীয়ে কৈ উঠিল, “ভগৱানে যি কৰে মঙ্গলৰ বাবেই কৰে।”

মন্ত্ৰীৰ কথাষাৰ যেতিয়া ৰজাৰ কাণত পৰিল, ৰজাৰ বৰ খং উঠিল। কিন্তু মুখেৰে তেওঁ একো নকৈ চুপচাপ থাকিল।

কিছুদিন পিছত ৰাণীৰো মৃত্যু হ'ল। সেইদিনাও মন্ত্ৰীয়ে কৈ উঠিল, “ভগৱানে যি কৰে মঙ্গলৰ বাবেই কৰে।”

মন্ত্ৰীৰ কথা শুনি এইবাৰো ৰজাৰ খুব ক্ৰোধ উপজিল, কিন্তু মুখেৰে একো নক'লে।

ইতিমধ্যে এদিন এজন কমাৰে এখনি সুন্দৰ তৰোৱাল তৈয়াৰ কৰি আনি ৰজাক উপহাৰ দিলে। ৰজাই খুব আনন্দিত হৈ তৰোৱালখনিৰ ধাৰ পৰীক্ষা কৰাৰ বাবে আঙুলি বুলাই দিয়াৰ লগে লগে চেৰেক কৰি আঙুলিটো কটা গ'ল। আটায়ে হাঁয় হাঁয় কৰিবলৈ ধৰিলে। মন্ত্ৰী তেতিয়া ৰজাৰ কাষতেই আছিল। ৰজাৰ আঙুলি কটা দেখি তেওঁ কৈ উঠিল, “ভগৱানে যি কৰে মঙ্গলৰ বাবেই কৰে।”

মন্ত্ৰীৰ কথা শুনি ৰজাই খঙত টিঙিৰিতুলা হৈ পৰিল। ইমান দিনৰ জমি থকা খং দপদপ কৰি জ্বলি উঠিল। সেয়েহে ৰজাই অকণো পলম নকৰি আদেশ দিলে, “যোৱা, এতিয়াই তুমি মোৰ ৰাজ্য এৰি গুচি যোৱা। মই তোমাৰ মুখ যাতে দুনাই আৰু চাব লগা নহয়। তোমাক আনকি আমাৰ ৰাজ্যৰ অন্ন-জল গ্ৰহণৰ পৰাও বঞ্চিত কৰা হ'ল।”

ৰজাৰ আদেশ শুনি মন্ত্ৰীয়ে এইবাৰো কৈ উঠিল, “ভগৱানে যি কৰে, মঙ্গলৰ বাবেই কৰে।”

কথাষাৰ কৈ মন্ত্ৰীয়ে নিজৰ ঘৰ পৰ্যন্ত নগৈ বাহিৰে বাহিৰে ৰাজ্য ত্যাগ কৰি গুচি গ'ল।

এনেদৰে কিছুদিন পাৰ হৈ গ'ল। সময়ৰ লগে লগে মানুহে এই সকলোবোৰ কথা পাহৰি পেলালে। ৰজাই এদিন তেওঁৰ সঙ্গী-পঙ্গী লৈ চিকাৰ কৰিবলৈ বনলৈ গ'ল। এটা বনৰীয়া গাহৰিৰ পিছে পিছে দৌৰি দৌৰি ৰজাই এটা সময়ত ঘন অৰণ্যৰ মাজত সোমাই পৰিল। তেওঁৰ সঙ্গীসকল বহুত পিছত থাকি গ'ল। সেই জঙ্গলখনত এদল ডকাইত আছিল। সেইদিনা সিহঁতে ঠিক কৰিছে যে মা কালীৰ সমুখত এজন মানুহ বলি দিব। সেয়েহে চাৰিওফালে বলিৰ বাবে মানুহ বিচাৰি ফুৰিছে। এইদৰে মানুহ বিচাৰোঁতে বিচাৰোঁতে সন্ধ্যা হৈ গ'ল, জঙ্গলখন অন্ধকাৰে আবৰি ধৰিলে। হাতত জোৰ লৈ ডকাইতকেইটাই ঘূৰি ফুৰিছে। বিধিৰ কি বিড়ম্বনা, ৰজা গৈ সিহঁতৰ সমুখতে পৰিল। ৰজাক দেখি ডকাইতকেইটাই আনন্দত মতলীয়া হৈ পৰিল, বিচাৰোঁতে বিচাৰোঁতে শেষত এজন সুপুৰুষ পাই, সিহঁতে ৰজাক ধৰি পূজাৰ থলীলৈ লৈ গ'ল। তাত বলি দিয়াৰ সকলো ব্যৱস্থা কৰি ৰখা হৈছিল, এতিয়া বলি দিবলৈহে বাকী।

ডকাইতৰ পুৰোহিতে ক'লে, "মানুহজনক মোৰ সমুখলৈ লৈ আহাঁ।"

ৰজাক পুৰোহিতৰ ওচৰলৈ অনাত পুৰোহিতে সুধিলে, "তোমাৰ পুত্ৰ বাচি আছেনে?"

ৰজাই ক'লে, "বহুদিন আগতেই মৃত্যু হৈছে।"

ৰজাৰ কথা শুনি পুৰোহিতে ভাবিলে, "এওঁৰ দেখিছোঁ পুত্ৰশোকত অন্তৰখন জ্বলি-পুৰি ছাই হৈ গৈছে।"

পুৰোহিতে পুনৰ ৰজাক সুধিলে, "তোমাৰ পত্নীতো বাচি আছে?"

ৰজাই ক'লে, "নাই, বহুদিন হ'ল, তেৰোঁ মৰিছে।"

ৰজাৰ কথা শুনি পুৰোহিতে ভাবিলে, "এইজন তেনেহ'লে আধা অঙ্গৰ মানুহ।" পিছে পুৰোহিতৰ সন্দেহ হ'ল, হয়তো মানুহজনে মৰাৰ ভয়ত মিছা কথা কৈছে। সেয়েহে তেওঁ ৰজাৰ সকলো সাজ-পোছাক খুলি সমগ্ৰ

দেহ পৰীক্ষা কৰিবলৈ ধৰিলে। পৰীক্ষা কৰি দেখা পালে যে মানুহজনৰ এটা আঙুলি কটা।

"ছেঃ, এওঁতো অঙ্গখুত মানুহ, এওঁকতো মা কালীৰ সমুখত বলি দিয়া নাযাব।" এইবুলি নিৰাশ হৈ পুৰোহিতে ৰজাক এৰি দি অন্যলোক এজন ধৰি আনিবলৈ ক'লে।

ৰজাই এৰা খাই চিধাই ৰাজধানীলৈ ঘূৰি আহিল। আহিয়েই তেওঁ আদেশ দিলে, "যোৱা, মোৰ মন্ত্ৰীক য'তেই পোৱা বিচাৰি মোৰ ওচৰলৈ লৈ আহাঁ। মন্ত্ৰী নহা পৰ্যন্ত মই অন্ন-জল গ্ৰহণ নকৰোঁ।"

ৰজাৰ আদেশ মতে চাৰিওফালে মানুহ পঠিওৱা হ'ল। মন্ত্ৰীকো বিচাৰি পোৱাত বেছি দেৰি নালাগিল। তেওঁলোকে মন্ত্ৰীক ক'লে— "মন্ত্ৰী মহাশয়, আপোনাক ৰজাই ৰাজধানীলৈ ঘূৰি যাবলৈ কৈছে।"

তেওঁলোকৰ কথা শুনিয়েই মন্ত্ৰীয়ে কৈ উঠিল, "ভগৱানে যি কৰে, মঙ্গলৰ বাবেই কৰে।"

মন্ত্ৰীয়ে ৰাজধানীলৈ ঘূৰি আহি ৰজাৰ ওচৰত উপস্থিত হোৱাত ৰজাই তেওঁক খুব আদৰ-যত্ন কৰি নিজৰ ওচৰত বহুৱালে আৰু জঙ্গলত ঘটা সকলো ঘটনা এটা এটাকৈ দুখ প্ৰকাশ কৰি মন্ত্ৰীক ক'লে, "তোমাৰ কথাই ঠিক। মোৰ ওপৰত ভগৱানৰ যে কিমান দয়া, মই বুজিবই পৰা নাছিলোঁ। ভগৱানৰ কৃপাত যদি মোৰ আঙুলিটো কটা নগ'লহেঁতেন, তেনেহ'লে সেইদিনা মোৰ ডিঙি কটা গ'লহেঁতেন। কিন্তু মন্ত্ৰী, তোমাক যেতিয়া ৰাজ্য ত্যাগ কৰিবলৈ কৈছিলোঁ, তেতিয়াও তুমি কৈছিলা, "ভগৱানে যি কৰে মঙ্গলৰ বাবেই কৰে। সেই কথাটো কিন্তু মই বুজি নাপালোঁ। এইক্ষেত্ৰত কিনো ভগৱানৰ দয়া দেখিলা?"

মন্ত্ৰীয়ে ক'লে, "চাওক মহাৰাজ, আপুনি চিকাৰলৈ গ'লে ময়ো লগত যাব লগা হয়। মোৰ ঘোঁৰাটো আপোনাৰ ঘোঁৰাটোতকৈ কোনো গুণে কম নহয়। সেই ক্ষেত্ৰত চিকাৰৰ পিছে পিছে মোৰ ঘোঁৰাও আপোনাৰ ওচৰা-ওচৰি থাকিলহেঁতেন। তেতিয়া ডকাইতকেইটাই আমাৰ দুয়োজনকেই

ধৰি লৈ গ'লহেঁতেন। আপুনিতো আঙুলি কটা বুলি বাচি গ'লহেঁতেন, কিন্তু মোৰ কি দশা হ'বলৈ আছিল? মোৰ ডিঙিটো নিৰ্ঘাত কটা গ'লহেঁতেন। পিছে ভগৱানৰ দয়াত তাৰ আগতেই আপুনি মোক ৰাজ্যৰ পৰা খেদি দিছিল। গতিকে মই বাচি গ'লো। এতিয়া আকৌ আপোনাৰ ওচৰলৈ ঘূৰিও আহিলো। মহাৰাজ, এয়া ভগৱানৰ অশেষ দয়াৰ বাহিৰেনো অন্য কি?

## ২. পাপৰ ফল ভোগ কৰিব লাগিবই

এই কথা ভাবিলে নহ'ব যে মোৰ পাপ কম অথচ শাস্তি বেছি ভোগ কৰিবলগীয়া হৈছে, বা মই কোনো পাপেই কৰা নাই অথচ কেৱল মাত্ৰ শাস্তিয়ে ভোগ কৰিছোঁ। সকলোৰে পৰম বন্ধু, সৰ্বজ্ঞ, সৰ্বশক্তিমান ভগৱানৰ এনে বিধান যে যাৰ যিমান পাপ, সি তাতকৈ বেছি শাস্তি পাব নোৱাৰে। কোনোৱে যেতিয়া শাস্তি পায়, তেতিয়া বুজিব লাগিব যে তেওঁ নিশ্চয় কিবা নহয় কিবা পাপ কৰিছে আৰু এয়া তাৰেই ফল।

এটা শুনা ঘটনা। কোনো এখন গাঁৱত এজন সজ্জন ব্যক্তিয়ে বাস কৰিছিল। তেওঁৰ ঘৰৰ কাষতেই এজন সোণাৰীৰ দোকান আছিল। মানুহবোৰে সোণাৰীৰ ওচৰলৈ গহণা গঢ়াই দিবৰ বাবে সোণ, ৰূপ লৈ আহিছিল। সোণাৰীয়ে অৰ্ডাৰ অনুযায়ী গহণা তৈয়াৰ কৰি দিছিল। গহণা গঢ়াৰ মজুৰিৰেই তাৰ সংসাৰ চলিছিল। এবাৰ সোণাৰীৰ ওচৰত বৰ বেছিকৈ সোণ জমা হৈছিল। এই খবৰটো ৰাতিৰ পহৰাদাৰে কেনেবাকৈ জানিব পাৰিছিল আৰু সেই ৰাতিয়েই সি সোণাৰীৰ ঘৰত সোমাই তাক হত্যা কৰি যিটো বাকচত সোণ, গহণাবোৰ আছিল, সেইটো মূৰত তুলি লৈ চুপচাপ ওলাই আহিল। সেই সময়তে সোণাৰীৰ প্ৰতিবাসী ভদ্ৰলোকজনে ৰাতি পেচাব কৰিবলৈ উঠি বাহিৰলৈ আহিছিল। তেওঁ ঘৰৰ বাহিৰলৈ আহি দেখে যে এজন লোকে সোণাৰীৰ ঘৰৰপৰা বাকচ এটা লৈ পলাই যাব ধৰিছে। তাকে দেখি ভদ্ৰলোকে দৌৰি গৈ চোৰটোক গবৰমাৰি ধৰি চিঞৰি

ক'লে, "তই সোণাৰীৰ বাকচ লৈ ক'লৈ পলাইছ?"

পহৰাদাৰে ক'লে, "তই চুপ কৰি থাক, চিঞৰ-বাখৰ নকৰিবি। শুন, ইয়াত যিমান সোণ আছে, তাৰে আধা তই লৈ যা, মই আধা নিওঁ।"

সজ্জন ভদ্ৰলোকজনে ক'লে, "মই এইবোৰ কিয় নিবলৈ যাম? মই জানো চোৰ?"

পহৰাদাৰজনে ক'লে, "মোৰ কথা শুন, নহ'লে তোৰ কপালত অনেক দুখ আছে।"

ভদ্ৰলোকজনে কিন্তু তাৰ কথা নুশুনিলে। গতিকে তেওঁ কোনোপধ্যেই চোৰটোক এৰি নিদিয়ে। তাকে দেখি চোৰ পহৰাদাৰজনে বাকচটো মূৰৰ পৰা নমাই মাটিত ৰাখি সেই ভদ্ৰলোকজনক গবৰা মাৰি ধৰি লৈ হুইছেল বজাবলৈ আৰম্ভ কৰি দিলে। হুইছেলৰ শব্দ শুনি সেই গাঁৱৰ অন্য পহৰাদাৰসকল দৌৰি আহি তাত হাজিৰ হ'ল। চোৰ পহৰাদাৰজনে সিহঁতক চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, "এই মানুহজনে সেই ঘৰটোৰ পৰা বাকচটো চুৰি কৰি পলাই যাবলৈ ধৰিছিল, মই তাক ধৰি ৰাখিছোঁ।

পহৰাদাৰকেইজনে ভদ্ৰলোকক আটক কৰি ৰাখিলে। তাৰপিছত আটায়ে সোণাৰীৰ ঘৰলৈ গৈ দেখে যে সোণাৰী মৰি পৰি আছে। তাকে দেখি আটায়ে মিলি ভদ্ৰলোকক ধৰি নি থানাত গতাই দিলে।

পিছদিনা বিচাৰকৰ সমুখত ভদ্ৰলোকক হাজিৰ কৰা হ'ল। ভদ্ৰলোকে ক'লে, "হুজুৰ, মই চুৰিও কৰা নাই, মানুহজনকো মৰা নাই, এই চোৰ পহৰাদাৰটোৱে সোণাৰীক মাৰি বাকচটো লৈ পলাবলৈ ধৰিছিল। মই দেখা পাই তাক ধৰিছিলো।

অন্য পহৰাদাৰকেইজনে সাক্ষী দি ক'লে, "নহয় হুজুৰ, এই মানুহজনেই সোণাৰীক হত্যা কৰিছে।"

বহুদিন ধৰি মোকৰ্দমাটো চলি থাকিল। শেষত বিচাৰকে এই ভদ্ৰলোককেই দোষী সাব্যস্ত কৰি তেওঁৰ ফাঁচিৰ হুকুম দিলে। ফাঁচিৰ আদেশ শুনি ভদ্ৰলোকজনে বিচাৰকজনক ক'লে, "হুজুৰ, মোক অন্যায়ভাৱে শাস্তি

দিয়া হ'ল। সেয়েহে ভাবিছোঁ, ভগৱানৰ ওচৰত ন্যায় বুলিবলৈ কিবা আছে নে নাই? মই খুন কৰা নাই, কিন্তু মোৰ শাস্তি হ'ল। অথচ যিয়ে খুন কৰিছে সি বাচি গ'ল। এয়া অন্যায় বিচাৰ নহয়নে?"

ভদ্ৰলোকৰ কথা শুনি আৰু তেওঁৰ গহ-গতি দেখি বিচাৰকজনৰ মনত খোকোজা লাগিল। তেওঁ ভাবিলে, মানুহজনে সঁচা কথা কোৱা যেন লাগিছে। গতিকে এটা তদন্ত হোৱাৰ দৰ্কাৰ। এইবুলি ভাবি তেওঁ মনে মনে এটি ফন্দি পাতিলে।

পিছদিনাখন এজন লোকে চিঞৰি চিঞৰি কান্দি কাটি আহি বিচাৰকজনক ক'লে, "ডাঙৰীয়া, কালি ৰাতি মোৰ ভাইক কোনোবাই হত্যা কৰি পলাই গৈছে। দয়া কৰি আপুনি ইয়াৰ কিবা এটা ব্যৱস্থা কৰক।"

বিচাৰকজনে লগে লগে পহৰাদাৰ আৰু ভদ্ৰলোকজনক হুকুম দিলে, "যোৱাচোন, তোমালোক দুজনে গৈ মৰাশটো উঠাই লৈ আহা।"

বিচাৰকৰ কথা শুনি সিহঁত দুজনে মৰাশটো আনিবলৈ গ'ল। তালৈ গৈ তেওঁলোকে দেখিলে যে খাটৰ ওপৰত কাপোৰেৰে ঢাকি থোৱা মৰাশ এটা তেজেৰে লুতুৰি পুতুৰি হৈ পৰি আছে। গতিকে মৰাশটো তেওঁলোকে খাটেৰে সৈতে উঠাই লৈ বিচাৰকৰ ওচৰলৈ লৈ আহিল। দুয়ো আহি আহি কিছুদূৰ পালত পহৰাদাৰজনে কয়দী ভদ্ৰলোকজনক ক'লে, "চাওক, সেইদিনা যদি আপুনি মোৰ কথা শুনিলেহেঁতেন, তেনেহ'লে সোণও পালেহেঁতেন আৰু আজি আপোনাৰ ফাঁচিও নহ'লহেঁতেন। এতিয়া বুজিব পাৰিছেতো, সৎ হোৱাৰ কি ফল?"

পহৰাদাৰৰ কথা শুনি কয়দী ভদ্ৰলোকজনে ক'লে, "মইতো উচিত কামেই কৰিছোঁ, তাৰ ফলত ফাঁচি হ'লে হওক। মানুহ তুমি মাৰিলা আৰু ফাঁচি হ'ব মোৰ, ভগৱানৰ আদালতত ন্যায় বুলিবলৈ একো নাই।"

খাটৰ ওপৰত মিছাকৈ মৰাশ সজাই শুৱাই থোৱা মানুহটোৱে শুই শুয়েই দুয়োজনৰ সকলো কথা শুনি আছিল। যেতিয়া বিচাৰকজনৰ সমুখত খাটখন নমাই থলে, তেতিয়া তেজলগা কাপোৰখন গুচাই মানুহজন উঠি বহিল আৰু ৰাস্তাত দুয়োজনৰ মাজত হোৱা সকলো কথা বিচাৰকজনক

কৈ দিলে। বিচাৰকজনৰো সন্দেহ দূৰ হ'ল। তেওঁ প্ৰকৃত অপৰাধীক চিনাক্ত কৰিলে। তেওঁ তৎক্ষণাত পহৰাদাৰজনক বন্দী কৰিবলৈ আদেশ দিলে। কিন্তু লগে লগে বিচাৰকজনৰ মনত এটা নতুন চিন্তাৰ উদয় হ'ল। তেওঁ কয়দী ভদ্ৰলোকজনক গোপনে মাতি আনি সুধিলে, "এই মোকৰ্দমাত আপুনি নিৰ্দোষ প্ৰমাণিত হ'ল, কিন্তু সঁচা কথা কওকচোন, এই জনমত আপুনি কেতিয়াবা কাৰোবাক হত্যা কৰিছিল নেকি?"

তাকে শুনি কয়দী ভদ্ৰলোকে ক'লে, "মহাশয়, সেই বহুত দিন আগৰ ঘটনা। এজন দুশ্চৰিত্ৰ লোকে লুকাই চুৰকৈ মোৰ পত্নীৰ ওচৰলৈ আহি আছিল। মই তেওঁলোকৰ দুয়োজনকে বেলেগে বেলেগে বহুত বুজাইছিলো। কিন্তু তেওঁলোকে মোৰ কথা শুনা নাছিল। এদিন ৰাতি মই ঘৰত নাছিলো, সেই সময়ত সেই মানুহজনে আমাৰ ঘৰলৈ আহিছিল। দৈৱক্ৰমে মই হঠাৎ ঘৰলৈ ঘূৰি আহি তেওঁলোক দুজনকেই একেলগে বিছনাত শুই থকা দেখা পাওঁ। তাকে দেখি মোৰ মূৰত তেজ উঠি গলত তৰোৱালৰ এটা ঘাপতে মানুহজনৰ গল কাটি পেলালো। তাৰ পিছত ঘৰৰ পিছফালৰ নদীত শটো পেলাই দিলো। পিছে এই কথাটো আজি পৰ্যন্ত কোনেও নাজানে মহাশয়।"

কয়দী ভদ্ৰলোকৰ কথা শুনি বিচাৰকে ক'লে, "তোমাৰ ফাঁচি হবই। মই ভাবিছিলো যে মইতো জীৱনত কেতিয়াও ভেটি খোৱা নাই বা বেইমানীও কৰা নাই, তথাপি মোৰ হাতেৰে এজন নিৰ্দোষী লোকৰ ফাঁচিৰ হুকুম হ'ল কেনেকৈ? মই এতিয়া নিশ্চিন্ত হ'লো যে সেই অতীতৰ পাপৰ ফলত তোমাৰ এই ফাঁচিৰ দণ্ড ভোগ কৰিবলগীয়া হ'ল আৰু বৰ্তমানৰ হত্যাৰ পাপৰ বাবে পহৰাদাৰজনৰ ফাঁচি হ'ব।"

সজ্জন ভদ্ৰলোকে হত্যাকাৰী পহৰাদাৰটোক ধৰি নিজৰ কৰ্তব্য পালন কৰিছিল, কিন্তু তেওঁৰ যে শাস্তি হ'ল সেইটো তেওঁৰ কৰ্তব্য পালনৰ ফল নহয়, সেয়া তেওঁৰ বহুপূৰ্বে কৰা নৰহত্যাৰহে ফল। কিয়নো মানুহৰ নিজক ৰক্ষা কৰাৰ অধিকাৰ আছে কিন্তু অন্যক হত্যা কৰাৰ অধিকাৰ নাই। এই অধিকাৰ থাকে শাসকৰ বা ৰজাৰ। কৰ্তব্য পালন কৰিছিল বুলিয়েই সেই পাপৰ ফল তেওঁ এই জন্মতে পাই গ'ল। ফলত পৰলোকৰ কঠোৰ দণ্ড

ভোগৰপৰা তেওঁ মুক্তি পালে। কাৰণ এই জগতত যি শাস্তি ভোগ হয়, সেয়া সামান্য শাস্তিতে পাপ ক্ষয় হয় আৰু অলপ ভুগিলেই শুদ্ধিও হৈ যায়। নহ'লে পৰলোকত সুদসহ ভয়ংকৰ শাস্তি ভোগ কৰিবলগীয়া হয়।

এই ঘটনাৰ দ্বাৰা এই শিক্ষা পোৱা যায় যে মানুহে তেওঁৰ কৰ্মফল অৱশ্যেই ভোগ কৰিব লাগে। কিন্তু সেই কৰ্মফল ভোগ কেতিয়া হ'ব তাৰ ঠিক নাই। ভগৱানৰ বিধান কোনেও ক'ব নোৱাৰে। যিমান সময় অতীতৰ পুণ্য কৰ্মৰ ফল থাকে, সিমান সময় বিষম পাপৰ ফলো তৎক্ষণাত পোৱা নাযায়। অতীতৰ পুণ্য কৰ্মৰ ভোগ হৈ গ'লে পুণ্য যেতিয়া কম হৈ আহে, তেতিয়া সেই পাপৰ ফল ভোগ কৰাৰ সময় আহি পৰে। পাপৰ ফল ভোগ কৰিবই লাগিব, এই জন্মতেই হওক বা পৰজন্মতেই হওক।

**অৱশ্যমেৱ ভোক্তব্যং কৃতং কৰ্ম শুভাশুভম্।**
**নাভুক্তং ক্ষীয়তে কৰ্ম জন্মকোটিশতৈৰপি।।**
(মহাভাৰত)

# ৩. চকু আৰু পেটৰ অসুখ

প্ৰত্যেক মানুহৰেই দুই ধৰণৰ বেমাৰ আছে— এটা হ'ল 'চকুৰ বেমাৰ', আনটো হ'ল 'পেটৰ বেমাৰ'।

চকুৰ বেমাৰ কি?

**এই পৃথিৱীত এক আন্ধাৰ, সবৰে চকুই যি আছে চাই।**
**যাৰ দ্বাৰা দেখা নাযায় একোই, মইনো কোন, আহিলো ক'ৰ পৰা?**
**কোন দিকে যাব লাগিব মই? কিহত মোৰ জাগিল লালসা?**
**কোন আছে মালিক এই পৃথিৱীৰ, কোনেবা ৰচিছে মায়া।**

আৰু পেটৰ বেমাৰ কি?

**এই পৃথিৱীত আছে এটি কুঁৱা, যাৰ পাৰ কোনেও নাপায়।**
**যিটো ভৰাবৰ বাবে সকলো প্ৰাণী দিক্-দিগন্তৰে কেৱল যায়।**
**দীন-হীন-দুখী হৈ পৰে ধৰাত, কেৱল গেবাৰী খাটি মৰি যায়।**
**ভজন-ধ্যান-চিন্তন ঈশ্বৰৰ, সকলো সি পাহৰি যায়।**

এই সম্বন্ধে এটি সুন্দৰ গল্প আছে

এখন গাঁৱত এজন ডাক্তৰ আছিল। তেওঁৰ ওচৰলৈ বহুতো ৰোগী চিকিৎসাৰ বাবে আহিছিল। এদিন এজন ৰোগীয়ে ডাক্তৰক ক'লে, "ডাক্তৰ বাবু, মোৰ চকু আৰু পেটত ভীষণ যন্ত্ৰণা হৈছে, মোক ঔষধ দিয়ক।"

ডাক্তৰে মানুহজনক বেঞ্চৰ ওপৰত শুৱাই লৈ তেওঁৰ চকু, পেট, সকলোখিনি পৰীক্ষা কৰাত লাগিল। এনেতে আৰু এজন ৰোগী আহি উপস্থিত হ'ল। তেওঁ ক'লে, "ডাক্তৰ বাবু, মোৰ চকু আৰু পেটত ভীষণ যন্ত্ৰণা হৈছে।"

ডাক্তৰে ভাবিলে, ই আকৌ কেনে কথা যে আটায়ে একেই ৰোগত আক্ৰান্ত হৈছে। যাহওক তেওঁ দুয়োজন ৰোগীকেই ঔষধ লিখি দিলে আৰু ক'লে, "যোৱা, কম্পাউণ্ডাৰ বাবুৰ পৰা ঔষধ লৈ যোৱা।"

কম্পাউণ্ডাৰে দুয়োকে দুটাকৈ পুৰিয়া তৈয়াৰ কৰি দি ক'লে, "এটা পুৰিয়া চকুৰ বাবে আৰু আনটো পুৰিয়া পেটৰ বাবে।"

ডাক্তৰেও ক'লে, "চোৱা, এই পুৰিয়াৰ ঔষধ যেতিয়া চকুত লগাবা, তেতিয়া চকুৰ পৰা গৰমপানী ওলাই আহিব আৰু চকু ঠাণ্ডা থাকিব, ৰোগো ভাল হৈ যাব। দুই নম্বৰ পুৰিয়াৰ ঔষধ এগিলাচ পানীত মিহলাই ভালদৰে উতলাবা, যেতিয়া দেখিবা, পানী চাৰি ভাগৰ এভাগ হ'ব, তেতিয়া নমাই পৰিষ্কাৰ কাপোৰেৰে ছেকি লৈ খাবা। দুই-তিনিবাৰ পায়খানা হ'ব, তাৰ পিছত পেটৰ বিষ নাইকিয়া হ'ব।"

দুয়োজন ৰোগীয়ে ঔষধ লৈ ঘৰলৈ গুচি গ'ল। এজন ৰোগীয়ে ডাক্তৰৰ কথামতে চকুৰ ঔষধ চকুত দিলে আৰু পেটৰ ঔষধ ঠিকমতে খালে। দ্বিতীয় ৰোগীয়ে ঔষধ দুটা ওলট-পালট কৰি পেলালে। তেওঁ পেটৰ ঔষধৰ পুৰিয়াটো চকুত লগালে আৰু চকুৰ ঔষধটো পানীত উতলাই খাই

থলে। তাৰ ফলস্বৰূপে চকুৰ যন্ত্ৰণা আগতকৈও বেছি হ'বলৈ ধৰিলে। চকুত সামান্য কুটা এডাল পৰিলেই কিমান যন্ত্ৰণা হয়, তেনে ক্ষেত্ৰত এই লোকজনে গোটেই পুৰিয়াৰ ঔষধৰ গুৰিখিনি চকুত ঢালি দিয়াত কিমানযে যন্ত্ৰণা হ'ল ভাবিব নোৱাৰি। আনহাতে চকুৰ ঔষধখিনি পেটলৈ গৈ তাৰ প্ৰতিক্ৰিয়া আৰম্ভ হোৱাত পেটৰ যন্ত্ৰণাও বাঢ়িবলৈ ধৰিলে। মানুহজনে যন্ত্ৰণাত চটফটাবলৈ ধৰিলে। যন্ত্ৰণা যিমানেই বেছি হ'ল, সিমানেই মানুহজনে ডাক্তৰক গালি দিবলৈ আৰম্ভ কৰিলে।

পিছদিনাখন ডাক্তৰখানা খোলাৰ আগতেই মানুহজনে তাত গৈ হাজিৰ হ'ল। ডাক্তৰ আহি ডাক্তৰখানা খুলি মানুহজনক দেখি সুধিলে, "কওকচোন, কেনে আছে?"

মানুহজনে ক'লে, "কেনে থাকিম আৰু?"

ডাক্তৰে আকৌ সুধিলে, "কি হৈছে কওকচোন।"

মানুহজনে ক'লে, "কি হৈছে? আপুনি যি কৰিছে সেয়াই হৈছে।"

ডাক্তৰে ক'লে, "মই কি কৰিছোঁ?"

মানুহজনে ক'লে, "এনেকুৱা ঔষধ দিছে যে সেয়া খাই চকুৰ অসুখ, পেটৰ অসুখ দুয়োটাই বাঢ়ি গৈছে। আপুনি যদি ৰোগ ঠিক কৰিব নোৱাৰে তেনেহ'লে ঔষধ নিদি সঁচা কথা কৈ দিলেই হ'লহেঁতেন। মোৰ লগততো এসোপা পইচা নাছিল। সস্তা দামৰ বাজে ঔষধ সোপা কিয় দিলে কওকচোন।"

ডাক্তৰ বাবুৱে ক'লে, "অসুখতো বেছি হোৱাৰ কথা নাই। পিছে কাৰোবাক ঔষধে তাৰাতাৰি কাম কৰে আৰু কাৰো ক্ষেত্ৰত দেৰি হয়। ৰোগী অনুযায়ী এনেকুৱা হব পাৰে। সেইবুলি ৰোগ বাঢ়ি যোৱাৰতো কোনো কাৰণ দেখা নাই।"

ৰোগীজনে ক'লে, "মই নিজে ভুক্তভোগী, মোৰ যে ৰোগ বাঢ়ি গৈছে।"

এনে সময়তে অন্য ৰোগীজন আহি উপস্থিত হ'ল।

ডাক্তৰে তেওঁকো সুধিলে, "কওকচোন, কেনে আছে?"

তেওঁ ক'লে, "ডাক্তৰ বাবু, একেবাৰে ভাল পাই গৈছোঁ। ঔষধ খাই

দুবাৰ পায়খানা হোৱাৰ পিছত মোৰ পেট একেবাৰে পাতল হৈ গৈছে আৰু চকু দুটাতো আৰাম পাইছোঁ।

এই কথা শুনি প্ৰথম ৰোগীয়ে ক'লে, "ঠিক, ঠিক বুজি পাইছোঁ, তুমি হ'লা পইচা থকা লোক, সেয়েহে ডাক্তৰে তোমাক ভাল ঔষধ দিছে আৰু মোক বাজে ঔষধ দিছে।"

ডাক্তৰে ক'লে, "বাজে ঔষধ কিয় দিম? এওঁক যি দিছোঁ, তাকেই আপোনাকো দিছোঁ। চাওঁ আপোনাৰ পুৰিয়াবোৰ দেখুৱাওকচোন।"

মানুহজনে পকেটৰপৰা এটা পুৰিয়া বাহিৰ কৰি ডাক্তৰৰ টেবিলত ৰাখিলে আৰু ক'লে, "চাওক এয়া আপোনাৰ পুৰিয়া।"

ডাক্তৰে ক'লে, "অন্য পুৰিয়াটো চাওঁ।"

মানুহজনে ক'লে, "সেইটোতো পানীত উতলাই খাই পেলাইছোঁ আৰু এই পুৰিয়াটোৰ কিছু চকুত দিছোঁ, বাকীখিনি এয়া ৰৈ গৈছে।"

এই কথা শুনি ডাক্তৰ খঙত ৰঙা-চিঙা পৰি গ'ল। কম্পাউণ্ডাৰক মাতি আনি ক'লে, "এই মানুহজনক ইয়াৰ পৰা বাহিৰ কৰি দিয়াচোন। নিজে উল্টা-পাল্টা ঔষধ খাই এতিয়া আহি ডাক্তৰক দুষিছে।"

এইদৰে আমি সকলোৱেই এই দুই ৰোগত ভুগিছোঁ। আমাৰ চকুৰ ৰোগ কি? সেয়া হৈছে আমি আচল কথাটো ভাবি নাচাওঁ, বুজিবলৈ চেষ্টা নকৰোঁ। অন্যই ক'লেও নামানো। নিজে যিখিনি জানো, মনতে ভাবো, সেয়াই সকলো, সেইটোয়েই ঠিক।

আৰু পেটৰ ৰোগ কি? সেয়া হৈছে, পেট কেতিয়াও ভৰ্তি হ'বলৈ নিবিচাৰে। গৰীবৰ পেট যেনেদৰে নভৰে, লাখপতি, কোটিপতিৰ পেটো তেনেদৰেই নভৰে। অনেক পালেও কৈ থাকে, "কি যে কৰোঁ, সংসাৰ চলোৱাই মস্কিল।"

এই দুই ৰকম ৰোগৰ কাৰণে ভগৱানে আমাক দুটাকৈ পুৰিয়া দিছে। এটা 'প্ৰাৰব্ধ' অৰ্থাৎ বিগত বা অতীতৰ 'কৰ্মফল' আৰু দ্বিতীয়টো 'পুৰুষাৰ্থ' অৰ্থাৎ 'উদ্যম'। চকুৰ ৰোগৰ কাৰণে তেওঁ 'পুৰুষাৰ্থ' অৰ্থাৎ 'উদ্যম' আৰু

পেটৰ ৰোগৰ বাবে 'প্ৰাৰব্ধ' ৰূপী পুৰিয়া দিছে। 'পুৰুষাৰ্থ'ৰ প্ৰয়োগ উদ্যম, সৎসঙ্গ, স্বাধ্যায়, বিবেক-বিচাৰৰ দ্বাৰা কৰিলে চকুৰ ৰোগ ভাল হ'ব আৰু কৰ্তব্য পালন কালত নিজৰ 'প্ৰাৰব্ধ'ক বিশ্বাস কৰিব যে মোৰ ভাগ্যত যি লেখা আছে, সেয়াই পাম।(১) তেনেহ'লে পেটৰ ৰোগ নোহোৱা হ'ব।

'প্ৰাৰব্ধ'ৰ তাৎপৰ্য হ'ল শোক, দুশ্চিন্তা ইত্যাদিৰ পৰা দূৰত থকা; অলস, অকৰ্মন্য হোৱাৰ বাবে নহয়। যেনেদৰে ল'ৰাৰ যদি অসুখ হয়, তেনেহ'লে নিজৰ ক্ষমতা অনুসৰি পূৰ্ণ উদ্যমে চিকিৎসা কৰোৱা। তথাপিও যদি ল'ৰা মৰি যায় তেনেহ'লে মোৰ চিকিৎসা ত্ৰুটিৰ বাবে মৰিছে— এই দুৰ্ভাবনাত চিন্তা, শোক বা দুখ নহ'ব। ল'ৰাটো 'প্ৰাৰব্ধ' অনুসৰি আয়ু নাথাকিলে নাবাচিব, কিন্তু নিজৰ 'পুৰুষাৰ্থ'ত ঘাটতি হ'লে চিন্তা-শোক-দুখ হ'বই, কিয়নো কৰ্তব্য ঠিকমতে পালন কৰা হোৱা নাই।

গতিকে যি ব্যক্তিয়ে সাৱধানতাপূৰ্বক কৰ্ম কৰে আৰু তাৰ ফলত সন্তুষ্ট থাকে, তেওঁৰ চকুৰ ৰোগ ভাল হয় আৰু পেটৰ ৰোগো নাথাকে আৰু যিয়ে পুৰিয়া ওলট-পালট কৰি লয় অৰ্থাৎ চকুৰ ৰোগত 'প্ৰাৰব্ধ' আৰু পেটৰ ৰোগত 'পুৰুষাৰ্থ'ক লগায়, তেওঁৰ এই দুটি ৰোগেই বাঢ়ি যায়। এই ধৰণৰ লোকক যদি সৎসঙ্গ, স্বাধ্যায়, ভজন, ধ্যান ইত্যাদি কৰিবলৈ কোৱা হয়, তেনেহ'লে তেওঁ ক'ব "কি কৰিম ভাই, মোৰ ভাগ্যত সেইবোৰ নাই।" ভাগ্যৰ বলত যি পোৱা সম্ভৱ সেই ধন-সম্পদৰ বাবে দিনে ৰাতিয়ে অযথা খাটি মৰে কিন্তু চকুৰ বাবে একোৱে নকৰে। ঈশ্বৰৰ নাম-জপ কৰিবলৈ ক'লে কয়, "সেয়া কিদৰে হ'ব?" মুখত যেন এশমান তলা ওলোমাই থোৱা আছে।

(১) য়ন্ত্ভাৱি ন তদ্ভাৱি ভাৱি চেন্ন তদন্যথা।
ইতি চিন্তাবিষঘ্নোয়মগদঃ কিং ন পীয়তে।।

অৰ্থাৎ যিটো নহ'বলগীয়া, সেইটো কেতিয়াও নহ'ব আৰু যিটো হ'বলগীয়া, সি হবই হ'ব। চিন্তাৰূপী বিষক বিনাশ কৰাৰ এনে ঔষধ মানুহে কিয় পান নকৰে?

প্ৰাৰব্ধ পহলে ৰচা, পীছে ৰচা সৰীৰ।
তুলসী চিন্তা ক্যোঁ কৰে, ভজ লে শ্ৰীৰঘুবীৰ।।
হোইহি সোই জো ৰাম ৰচি ৰাখা। কো কৰি তৰ্ক বঢ়াবৈ সাখা।।

(শ্ৰীৰামচৰিতমানস, বালকাণ্ড ৫২/৪)

“কপালত মোৰ সেইবোৰ নাই, ভগৱানৰ হয়তো সেয়াই ইচ্ছা, মই কি কৰিম? মোৰ দোষেই বা কি?”— এনেকুৱা অজুহাতৰ শেষ নাই।

সুবিধাজনক বা অসুবিধাজনক পৰিস্থিতিৰ উদ্ভৱ হোৱা ‘প্ৰাৰব্ধ’ৰ অধীন আৰু প্ৰাপ্ত সুযোগৰ যথাযথ সদ্ব্যৱহাৰ ‘পুৰুষাৰ্থ’ৰ অধীন। সেইকাৰণে কৰ্তব্য পালন, সৎসঙ্গ, স্বাধ্যায়, ভজন, ধ্যান ইত্যাদি কৰাত মানুহ স্বাধীন কিন্তু অৰ্থ, বিষয়-সম্পত্তি, ৰোজগাৰত স্বাধীন নহয়। ইমানবোৰ মালা জপ কৰিম, ইমানসময় স্বাধ্যায় কৰিম— এই ধৰণৰ নিয়ম মানুহে নিজেই কৰি ল’ব পাৰে। কিন্তু এনে নিয়ম কৰিব নোৱাৰে যে দিনে মই ইমান টকা উপাৰ্জন কৰিম। কাৰণ ভজন, ধ্যান ইত্যাদি ‘পুৰুষাৰ্থ’ৰ অধীন আৰু টকা উপাৰ্জন কৰা ‘প্ৰাৰব্ধ’ৰ অধীন। এনেদৰে য’ত ‘পুৰুষাৰ্থ’ প্ৰযোজ্য তাত ‘প্ৰাৰব্ধ’ৰ ভৰষা কৰা হৈছে আৰু য’ত ‘প্ৰাৰব্ধ’ প্ৰযোজ্য তাত ‘পুৰুষাৰ্থ’ৰ ভৰষা কৰা হৈছে। ফলত চকুৰ ৰোগো ঠিক হোৱা নাই, পেটৰ ৰোগেও এৰা নাই। বেমাৰ দিনে দিনে বাঢ়ি গৈছে।

পেটৰ ৰোগ বাঢ়ি যোৱাৰ ফলত জীৱন যাত্ৰা ব্যয়বহুল হৈছে। লেখা-পঢ়া, খোৱা-বোৱা, চখ-ভখৰ বাবে খৰচ বাঢ়িছে আৰু কৈছে জীৱন ধাৰণৰ মান উন্নত কৰিব লাগিব। সমগ্ৰ ‘পুৰুষাৰ্থ’ (উদ্যম’ জীৱন যাত্ৰাৰ মান উন্নত কৰিবলৈ, উদৰপূৰ্তিৰ বাবে ব্যয় কৰি দিছে আৰু চকুৰে একো দেখা নাই। ভগৱান কি? ভগৱান কাক কয়? সংসাৰ কি? মই কোন? মই কি কৰা উচিত? এইবোৰ নহয়, মাথোন টকা, টকা, হায় টকা, হায় টকা কৰিছে। সেইবোৰ এৰি যদি ভগৱানৰ নাম-কীৰ্তন কৰিলেহেঁতেন, তেনেহ’লে অন্ততঃ সুখী হব পাৰিলেহেঁতেন, শান্তি পালেহেঁতেন। টকা-পইচা উপাৰ্জন কৰাত যিদৰে মানুহ ব্যস্ত থাকে, ভগৱানৰ সাধন-ভজন কৰাত যদি সেই ধৰণে তৎপৰ হয় তেতিয়া অতি শীঘ্ৰে কল্যাণ হয়। এই সকলোলোকে সাধন-ভজনো এনেদৰে কৰে যেন বিপদ দূৰ হয়, যেন জেলৰ পৰা এৰা খায়, দোকানত হয়তো দিনে এশ টকা উপাৰ্জন হয়। যদি দোকান খোলাৰ এক বা আধা ঘণ্টাৰ ভিতৰতে এশ টকাৰ আমদানি হয় তথাপিও গোটেইদিন দোকান খুলি বহি থাকে আৰু যদিহে কিছু পোৱা যায়? কিন্তু জপৰ বেলা

নিয়ম ৰক্ষা মাথো হৈ গ'লেই মালাধাৰি যত্ন কৰি তুলি থৈ দিয়া হয়। এইবোৰ কি? উল্টা-পাল্টা পুৰিয়া সেৱন কৰাৰ দৰে।

সেইবাবে যি পাইছা, তাতে সন্তুষ্ট থাকা, যি পোৱা নাই তাৰ বাবে কামনা নকৰিবা। নিজৰ কৰ্তব্য যথাযথভাৱে পালন কৰা আৰু অন্যৰ সেৱা কৰা আৰু ভগৱানৰ ভজনা, ধ্যান, সৎসঙ্গ, সৎ-গ্ৰন্থাদিৰ অধ্যয়ন কৰা, তেনেহ'লে চকুৰ ৰোগো দূৰ হ'ব আৰু পেটৰ ৰোগো দূৰ হ'ব, বাকীবোৰো ঠিক হৈ যাব।

---

# ৪. আচল সাধু চিনা যায় কিদৰে?

প্ৰকৃত সাধু মহাত্মাক ঠিকমতে চিনিব পৰা মানুহ কম। আজিকালি দাম্ভিক, পাষণ্ড আৰু নকল সাধু ইমান বাঢ়ি গৈছে যে আচল সাধু চিনা অত্যন্ত কঠিন হৈ পৰিছে। পিছে প্ৰকৃত অনুসন্ধানী লোকে তেওঁলোকক ঠিক চিনি পায়। ভগৱানৰ কৃপা হ'লে তেওঁলোকক চিনিব পাৰি। কিন্তু তেওঁলোকক চিনিব কিদৰে? সাধুসকলক চিনাৰ ক্ষমতা আমাৰ নাই, আমিতো আমাৰ নিজৰ অৱস্থানহে জানিব পাৰোঁ।

এটা গল্প কওঁ। এজন ৰাজপুত্ৰই নতুনকৈ ৰজা হৈছে, মানে সিংহাসনত বহিছে। পাঁচ-ছয় বছৰ ৰাজত্ব কৰাৰ পিছত তেওঁ এদিন ৰাজ্যৰ যিমান বৃদ্ধ লোক আছিল সকলোকে এঠাইলৈ মাতি আনি সুধিলে, “আপোনালোকে আমাৰ তিনি পুৰুষৰ ৰাজত্বকাল দেখিছে। এতিয়া আপোনালোকে কওক, মোৰ ৰাজত্বকালত ঠিকমতে চলিছে নে মোৰ পিতাৰ অথবা মোৰ ককাৰ ৰাজত্বকালত ঠিক মতে চলিছিল? কাৰ ৰাজত্বকাল ভাল দেখিছে?”

ৰজাৰ কথা শুনি সকলো চুপচাপ থাকিল। মুখেৰে কোনেও একো কোৱা নাই। এনে সময়তে এজন বৃদ্ধই থিয় হৈ হাতযোৰ কৰি ক'বলৈ ধৰিলে, “মহাৰাজ, মই আপোনাৰ এজন প্ৰজা, বয়সত মোতকৈ সৰু হ'লেও আপুনি মোৰ মালিক। আপোনাৰ দোষ-গুণ, যোগ্যতা-অযোগ্যতা বিচাৰ কৰাৰ ক্ষমতা

মোৰ নাই। তথাপিও যদি ক'বলৈ কয় তেন্তে মোৰ নিজৰ অভিজ্ঞতাৰ কথা কিছু ক'ব পাৰোঁ। কিন্তু আপোনালোকৰ তুলনা কৰিব নোৱাৰিম।"

ৰজাই ক'লে, "ঠিক আছে, আপুনি আপোনাৰ নিজৰ কথাই কওক।"

বৃদ্ধই ক'বলৈ ধৰিলে, "যেতিয়া আপোনাৰ ককাই ৰাজত্ব কৰিছিল, তেতিয়া মই যুৱক আছিলো। লিখা-পঢ়া শিকিছিলো, শৰীৰতো যথেষ্ট শক্তি আছিল। লগত সদায় এডাল লাঠি ৰাখিছিলো। সেই সময়ত যদি পাঁচ-ছয় জন লোকে একেলগে মোৰ লগত যুঁজিবলৈ আহে, মই পৰোৱাই কৰা নাছিলোঁ।

এদিন কিবা এটা কামত মই ওচৰৰে গাঁও এখনলৈ গৈছিলোঁ। ৰাস্তাৰে কিছুদূৰ আগুৱাই যোৱাত শুনা পালো কোনোবা তিৰোতাই কান্দিছে। সেই কান্দোন শুনি ভাবিলো, আগুৱাই গৈ কি হৈছে চাওঁ। এইবুলি কান্দোনৰ শব্দৰ ফালে আগবাঢ়ি গ'লোঁ। তাত গৈ দেখো এগৰাকী সুন্দৰী যুৱতী অকলে জঙ্গলৰ এজোপা গছৰ তলত বহি কান্দি আছে। তেওঁ গোটেই দেহত দামী দামী অলংকাৰ পিন্ধি আছে। মই হঠাৎ তেওঁৰ সমুখত থিয় হোৱাত তেওঁ ভয় খাই গ'ল। মই মৰমেৰে তেওঁক মাত লগালোঁ, "তুমি কান্দিছা কিয় মা?"

ছোৱালীজনীয়ে কিছু সাহস পাই ক'লে, "মই বাপৰ বাৰীৰ পৰা শহুৰৰ বাৰী গৈ আছিলোঁ, লগত গৰু গাড়ী আৰু উট আছিল। পথত ডকাইতে মোক বাট আগচি ধৰাত মোৰ লগত অহা মানুহবোৰৰ লগত সিঁহতৰ যুঁজ লাগে। মই ভয়ত এই জঙ্গললৈ পলাই আহিছোঁ। ভগৱানেহে জানে মোৰ লগত অহা কেইজনৰ কি দশা হ'ল। এতিয়া মই কোনফালে যাম, ৰাস্তা বিচাৰি পোৱা নাই। মোৰ বাপৰবাৰী বহুদূৰত, কিন্তু শহুৰবাৰী ওচৰতে। মই এতিয়া ঠিক কৰিব পৰা নাই, কি কৰিম।" এইবুলি কৈ ছোৱালীজনীয়ে খুব কান্দিবলৈ ধৰিলে। কান্দি কান্দি তেওঁ তেওঁৰ শহুৰৰ নাম-ধামো ক'লে। মই সেই গাঁওখন চিনি পাওঁ, তেওঁৰ শহুৰেককো ভালদৰেই জানোঁ। সেয়েহে ছোৱালীজনীক লৈ গৈ শহুৰেকৰ ঘৰত শোধাই দিলোঁ। লাহে লাহে তেতিয়া ৰাতি হৈ আহিছিল। তেওঁলোকেও চিন্তাত পৰি আছিল। গতিকে বোৱাৰীক

পাই তেওঁলোকৰ খুব আনন্দ হ'ল। ছোৱালীজনীৰ শহুৰেকে মোক পুৰস্কাৰ হিচাবে পাঁচশ টকা লোৱাৰ বাবে খুব জোৰ কৰিব ধৰিলে। মই মোৰ কৰ্তব্য কৰিছোঁ, সেয়ে মই টকা ল'বলৈ মান্তি নহ'লোঁ। টকা নোলোৱা বাবে মোৰ মনত বৰ শান্তি হৈছিল। মই ঘূৰি আহিলোঁ। এয়া পিছে আপোনাৰ আতাৰ (ককাৰ) দিনৰ কথা।

তাৰপিছত আপোনাৰ দেউতাৰ দিন আহিল। তেওঁৰো যেতিয়া পাঁচ-ছয় বছৰ ৰাজত্ব কৰা হৈছে, তেতিয়া মোৰ ব্যৱসায় লোকচানৰ মুখে। টকা-পইচাৰ খুব টনা-টনি হৈছিল। তেতিয়া মোৰ মনত ভাব আহিবলৈ ধৰিলে, সেইদিনাতো খুব সুযোগ আছিল, প্ৰায় পোন্ধৰ-যোল হাজাৰ টকাৰ মূল্যৰ গহণা ছোৱালীজনীৰ গাত আছিল। ছোৱালীজনীও অকলেই আছিল, গহণাখিনি কাঢ়ি নিলেই ভাল আছিল। তাকে কৰিলে আজি অভাৱত পৰিব নালাগিলহেঁতেন। সেইদিনা মহা ভুল হৈ গৈছিল। পুৰস্কাৰ দিব বিচাৰিলে, তাকো নল'লো। সুনাম কৰিবলৈ গৈ আজি টকা-পইচাৰ অভাৱত কটাব লগাত পৰিছো, এই সকলোবোৰ কথা মনলৈ আহিবলৈ ধৰিলে।

মহাৰাজ, বয়সত আপুনিতো মোৰ নাতিৰ সমান, আপোনাৰ সমুখত ক'বলৈ লাজ লাগিছে। এতিয়া এনে ভাৱ হয়, সেইদিনা যদি ছোৱালীজনীক ফুচুলাই আনি নিজে বিয়া কৰাই ৰাখিলোঁহেঁতেন, তেনেহ'লে তেওঁ আজি মোৰ সেৱা কৰিলেহেঁতেন আৰু টকা-পইচাৰো অভাৱ নহ'লহেঁতেন। মহাৰাজ, মই মোৰ ভাৱনা-চিন্তাৰ কথা আপোনাক জনালোঁ। আপোনালোকৰ নিচিনা ৰজা-মহাৰজা সকলৰ যোগ্যতা বিচাৰ কৰাৰ ক্ষমতা মোৰ নাই।

ৰজাই ভাবিলে, এই বৃদ্ধ খুবেই বুদ্ধিমান লোক। **"য়থা ৰাজা তথা প্ৰজা।"** এই কথাষাৰ স্পষ্টভাৱে বুজাই দিলে অথচ মোকো অসন্তুষ্ট নকৰিলে।

এইদৰে আমি কোনো সাধু-সন্তকে দেখি ক'ব নোৱাৰোঁ যে কোন কিমান উন্নত বা কোন কিমান উচ্চ ধৰণৰ সাধু। কিন্তু যাৰ সংস্পৰ্শত মনৰ

অশান্তি দূৰ হয়, প্ৰশ্ন উদয় নহওঁতেই মনৰ সংশয় আঁতৰি যায়, মনত অপাৰ আনন্দ জাগে, নিজৰ মাজত যি সদ্‌গুণ আছে তাৰ বিকাশ ঘটে অৰ্থাৎ দয়া, ক্ষমা, উদাৰতা, ত্যাগ, সন্তোষ, নীতি, ধৰ্ম ইত্যাদিৰ বৃদ্ধি ঘটে আৰু নিজৰ অবগুণবোৰ দৃষ্ট হয় আৰু সেয়া দূৰ হৈ গৈ থাকে— তেওঁলোকৰ সম্পৰ্কে আমি কিছু ধাৰণা কৰিব পাৰোঁ।

ইয়াৰ বাহিৰেও ধনী-দুখীয়াক লৈ তেওঁলোকৰ মাজত কোনো ভেদাভেদ নাথাকে, কাৰো কোনো দৰকাৰো নাথাকে, ধনীক অলপ বেছি সন্মান আৰু গৰীবক অনাদৰ অথবা তেওঁলোকৰ দ্বাৰা কোনো প্ৰকাৰৰ স্বাৰ্থসিদ্ধি কৰাৰ মনোভাৱ— এইবোৰ অবগুণ তেওঁলোকৰ মাজত নাথাকে, জ্ঞানযোগ, ভক্তিযোগ, কৰ্মযোগ প্ৰভৃতি যিকোনো যোগমাৰ্গৰ কথা জানিব বিচাৰিলে তেওঁলোকে এইবোৰ পথৰ আৰু ইয়াতকৈও উন্নত স্তৰৰ কথা জানিবলৈ দিয়ে। আমাৰ দৃষ্টিত সগুণ-নিৰ্গুণ, সাকাৰ-নিৰাকাৰ তত্ত্বৰ জ্ঞাতাসকলৰ মাজত তেওঁলোকতকৈ শ্ৰেষ্ঠ অইন কাকোৱেই ভবা নাযায়— এনেধৰণৰ মহাপুৰুষসকলৰ যদি সঙ্গ লাভ হয়, তেনেহ'লে জীৱনত নিশ্চয় উন্নতি হয়।

---

## ৫. আদৰ্শ বোৱাৰী

এখন গাঁৱত এজন ধনী লোকে বাস কৰিছিল। তেওঁৰ সাতটা ল'ৰা আছিল। সাতজনৰ ভিতৰত ছয়জনৰে বিয়া হৈ গৈছিল। এইবাৰ আটাইতকৈ সৰু ল'ৰাজনৰ বিয়া হ'ল। যাৰ লগত তেওঁৰ বিয়া হ'ল, সেই ছোৱালীজনীৰ মাক-দেউতাক খুবেই গুণবান আৰু বিবেচক লোক আছিল। পৰিয়ালৰ আটাইৰে লগত সদভাৱ আছিল। নিজৰ ছোৱালীজনীকো ভাল শিক্ষা-দীক্ষা দি মানুহ কৰি গঢ়ি তুলিছিল। সাত ভাইৰ পৰিয়ালৰ ঘৰৰ ৰন্ধা-বঢ়া একেলগে ঘৰৰ তিৰোতাখিনিয়েই কৰিছিল। অন্য কোনো ৰান্ধনী তেওঁলোকৰ নাছিল। বোৱাৰীহঁতে নিজেই ৰান্ধি-বাঢ়ি স্বামী, পুত্ৰ, শহুৰ, শাহু, সকলোকে আনন্দ মনেৰে খুৱাইছিল। যদি ৰান্ধনী ৰাখিলেহেঁতেন, তেনেহ'লে পৰিয়ালৰ আটাইৰে খোৱা-লোৱাৰ সি যত্ন সিমান

নল'লেহেঁতেন, কিয়নো তাৰতো মাহৰ শেষত দৰমহা পালেই হ'ল।

ঘৰত ছগৰাকী ডাঙৰ 'জা'ই পুৰা-গধূলি পাল পাতি ৰন্ধা-বঢ়া কৰে। প্ৰত্যেক 'জা'ৰ তিনিদিনৰ অন্তৰে অন্তৰে পাল পৰে। এই লৈ তেওঁলোকৰ মাজত মাজে সময় মন বেয়া যে নহয়, সেয়াও নহয়। হঠাৎ কোনোবা জনীৰ কিবা অসুবিধা বা গা বেয়া হ'লে তেওঁৰ পৰিৱৰ্তে কাম কৰিবলৈ কোনোজনীয়েই সহজতে ৰাজী নহয়, কিয়নো তেওঁৰ পাল পৰিলে অন্য কোনেও তেওঁৰ কাম কৰি নিদিয়ে। সৰু বোৱাৰী যেতিয়া আহিল, তেতিয়া তেওঁৰ মনত খুব উৎসাহ। এদিন তেওঁ গা-পা ধুই ধুৱা পৰিষ্কাৰ কাপোৰ পিন্ধি চিধাই ৰান্ধনীঘৰলৈ গৈ ভাত ৰান্ধিবলৈ আৰম্ভ কৰি দিলে। ডাঙৰ বোৱাৰীয়ে তাকে দেখি ক'লে, "সৰু বোৱাৰী, তুমি কিয় ৰান্ধিবলৈ আহিলা? ৰন্ধাৰ কামতো আমি ছয়জনীয়েই চম্ভালি আছোঁ। সৰু বোৱাৰীয়ে মাথোন হাঁহিলে। তেওঁ সেইদিনা ভালদৰে ৰান্ধি যত্ন সহকাৰে সকলোকে খুৱালে। খাই আটায়ে তেওঁক প্ৰশংসা কৰি ক'লে, "আজি সৰু বোৱাৰীয়ে খুব সুন্দৰ ৰান্ধিছে।"

প্ৰত্যেক ভাইৰে বেলেগ বেলেগ কোঠা। দিনৰ বেলা শাহুৱে সৰু বোৱাৰীৰ কোঠাত সোমাই ক'লে, "বোৱাৰী, তুমি সকলোতকৈ সৰু, সেইবাবে সকলোৱে তোমাক ইমান মৰম কৰে। তুমি ভাত ৰান্ধিবলৈ গ'লা কিয়? তোমাৰ ওপৰত ছজনী 'জা' আছে, তোমাৰ ৰন্ধা-বঢ়া কৰাৰ দৰকাৰ কি?

সৰু বোৱাৰীয়ে উত্তৰ দিলে, "মা, আপোনাৰ ঘৰলৈ যদি কোনোবা অতিথি আহি যায়, তেওঁক আপুনি খাবলৈ কিয় দিয়ে?

শাহুৱে ক'লে, "সেয়া যে মহা পুণ্যৰ কাম, ঘৰলৈ যদি কোনো অতিথি আহে, তেওঁক খুৱোৱাতো গৃহস্থৰ আটাইতকৈ ডাঙৰ ধৰ্ম। তেওঁৰ যদি তৃপ্তি হয়, সুখ হয়, তেনেহ'লে দাতাৰ কিমান পুণ্য হয়।"

সৰু বোৱাৰীয়ে ক'লে, "মা, অন্যক খুৱালে যদি পুণ্য হয়, তেন্তে ঘৰৰ মানুহক খুৱালে জানো পাপ হয়? ঘৰ আপোনাৰ, চাউল, আটা আপোনাৰ, কেৰাহী, বাচন-বৰ্তন সকলো বস্তু আপোনাৰ। অলপ কষ্ট কৰি ৰান্ধি

সকলোকে খুৱালে অপাৰ পুণ্য হ'ব নে নহয়? আটায়ে খাই তৃপ্তি পাব, সুখ পাব, কিমান আনন্দ কওকচোন? সেয়েহে মা, ৰন্ধা কামটো এতিয়াৰপৰা ময়েই কৰিম। নহ'লে গোটেই দিন ঘৰত বহি বহি কৰিমেইবা কি? কিছু পৰিশ্ৰম কৰিলে শৰীৰো ভালে থাকিব।"

শাহুৱে কথাখিনি শুনি ভাবিলে, "সৰু বোৱাৰীয়ে ঠিক কথাই কৈছে। তেওঁক সৰু বুলি ভাবিছিলো, এতিয়া দেখিছোঁ এওঁৰ বেচ বুদ্ধি আছে।"

পিছদিনাখন খুব ৰাতিপুৱাই শাহুয়েকে তাৰাতাৰি উঠি ৰন্ধা-বঢ়া কৰাত লাগি গ'ল। বোৱাৰীহঁতে তাকে দেখি ক'লে, "মা, আপুনি এয়া কি কৰিছে? ৰন্ধাৰ বাবেতো আমি আছোঁ; আপুনি কিয় কৰিব লাগে?

শাহুয়েকে উত্তৰ দিলে, "তোমালোক মোতকৈ সৰু, মই বুঢ়ী হৈছোঁ, মৰাৰ সময় আহি গৈছে। এতিয়া যদি অলপ পুণ্য নকৰোঁ, কেতিয়া কৰিম?"

বোৱাৰীকেইজনীয়ে ক'লে, "ইয়াত আকৌ পুণ্য কিহৰ? এয়াতো ঘৰৰ কাম।"

শাহুয়েকে ক'লে, "ঘৰৰ কাম কৰিলে জানো পাপ হয়? ভোকাতুৰ মানুহক, সাধুসন্তক, ব্ৰাহ্মণক ভোজন কৰালে যদি পুণ্য হয়, তেনেহ'লে ঘৰৰ মানুহক খুৱালেও পুণ্য হ'ব। ঘৰৰ বস্তু ঘৰৰ মালিকৰ, সেইবাবে দান কৰিলে ঘৰৰ সকলোৰে পুণ্য হয় আৰু যদি নিজে ৰান্ধি সকলোকে খুৱোৱা যায় তেনেহ'লেতো যিয়ে ৰান্ধে তেওঁৰ আৰু বেছি পুণ্য হয়। মই বুঢ়ী হৈছোঁ, এতিয়া পুণ্য নকৰিলে আৰু কেতিয়া কৰিম?"

শাহুয়েকৰ কথা শুনি বোৱাৰীহঁতৰ মনত খুব উৎসাহ বাঢ়ি গ'ল। তেওঁলোকে ভাবিলে, "আমাৰতো এই কথা কোনোদিনে মনলৈ অহা নাই যে ঘৰৰ কাম কৰিলে, ৰন্ধা-বঢ়া কৰি সকলোকে খুৱালে ইমান পুণ্য হয়।"

ইয়াৰ পিছৰপৰা যি গৰাকী বোৱাৰী টোপনিৰ পৰা আগতে উঠে, তেৱেঁ ৰন্ধাৰ কামত লাগি যায়। শেষত এই লৈয়েই কাজিয়া আৰম্ভ হ'বলৈ ধৰিলে। এগৰাকীয়ে কয় "মই ৰান্ধিম"। অন্য গৰাকীয়ে কয়, "মই ৰান্ধিম।"

ঘৰৰ গৰাকীৰ কাণলৈ খবৰটো গৈ পালে। তেওঁ তেতিয়া আটাইকে মাতি আনি ক'লে, "তোমালোকে নিজৰ মাজতে পাল পাতি লোৱা।

নিজে নিজৰ পাল মতে ৰান্ধা।”

আগতে ছয়গৰাকী বোৱাৰীয়ে পাল পাতি ৰান্ধিছিল, এতিয়া “মই কৰিম”, “মই কৰিম” এই ৰকম পৰিস্থিতিত আঠটা পাল হ'লগৈ। দুটা পাল বাঢ়ি গ'ল— শাহুয়েক আৰু সৰু বোৱাৰী। আগতে কাম-কাজ অসম্পূৰ্ণ হৈ থাকি গৈছিল, যেন কাম কৰা মানুহ কম হৈছে। কিন্তু এতিয়া কোনো কামেই বাকী নাথাকে, যেন ঘৰত কাম কৰা মানুহ বেছি কিন্তু তাৰ তুলনাত কাম অনেক কম।

চাওক ধনী লোকৰ ঘৰত কামৰ বাবে চাকৰ-বাকৰ থাকে। চাকৰবোৰতো আৰু সাধু-সন্ন্যাসী নহয়, সিহঁতৰো সংসাৰ আছে, পৰিয়াল আছে। সিহঁতে নিজৰ ঘৰৰ কাম-কাজ এৰি অন্যৰ ঘৰত কাম কৰিবলৈ আহে আৰু দৰমহাও পায়। আপোনালোকে নিজৰ ঘৰৰ কাম নিজে কৰিব নোৱাৰে, অথচ নিজকে খুব ডাঙৰ বুলি ভাবে। তেনেহ'লে চাওক, চাকৰ ডাঙৰনে আপনালোক ডাঙৰ?

সৰু বোৱাৰীয়ে চিন্তা কৰিলে, “এতিয়াতো চাৰিদিন পিছত মোৰ পাল। তেনেহ'লে কি কৰা যায়?” ঘৰত এখন পুৰণা আটা পিহা জাঁত আছিল। সৰু বোৱাৰীয়ে সেইখন নিজৰ কোঠালৈ লৈ আহিল আৰু আটা পিহিবলৈ আৰম্ভ কৰি দিলে। মেচিনৰ আটা গৰম হয় আৰু গৰম গৰম আটা বস্তাত ভৰালে তাৰ ভিটামিন নষ্ট হৈ যায়। ফলত ৰুটি টান হয়, সুস্বাদু নহয়। কিন্তু হাতেৰে পিহা আটাৰ ৰুটি নৰম আৰু খাবলৈও সুস্বাদু হয়। সৰু বোৱাৰীয়ে হাতেৰে পিহি ৰুটি তৈয়াৰ কৰিছে বাবে সকলোৰে খাই ক'লে, “আজিতো সৰু বোৱাৰীৰ হাতৰ ৰুটি বেচ পাতল আৰু নৰম হৈছে।”

শাহুয়েকে সৰু বোৱাৰীৰ কোঠালৈ গৈ ক'লে, “সৰু বোৱাৰী, তুমি কিয় আটা পিহিছা? আমাৰ জানো পইচা কমি গৈছে? ভগৱানে আমাক বহুত দিছে।”

সৰু বোৱাৰীয়ে উত্তৰ দিলে, “মা, হাতেৰে আটা পিহিলে শৰীৰ ভালে থাকে, আপোনা-আপুনি ব্যায়াম হৈ যায়। ফলত অসুখ-বিসুখ নহয়। ঘৰলৈ ডাক্তৰ মাতিবলগীয়া নহয়। দ্বিতীয় কথা, আটা পিহাটো ৰন্ধাতকৈও বেছি

পুণ্যৰ কাম। কিয়নো যিয়ে ৰান্ধে ৰান্ধক, কিন্তু সকলোৱেতো মই পিহা আটাই খাব।”

শাহুয়েক আৰু অন্যান্য বোৱাৰী কেইজনীয়ে এই কথা শুনি ভাবিলে, সৰু বোৱাৰীতো ঠিকেই কৈছে। তেওঁলোকে তেতিয়া আটায়ে নিজৰ নিজৰ গিৰিয়েকক কৈ নিজ নিজৰ কোঠাত এখনকৈ জাঁত আনি ল’লে। সদায় জাঁতত দুই কিলো আঢ়ৈ কিলো আটা পিহা যাবলৈ ধৰিলে। গতিকে ঘৰত বহুত আটা জমা হ’ল। পিছে, ইমান আটা কি কৰা যায়? তেতিয়া সৰু বোৱাৰীয়ে পৰামৰ্শ দিলে, বেছি হোৱা আটাখিনি আপোনালোকে দোকানত বিক্ৰী কৰি দিয়ক।”

সৰু বোৱাৰীৰ কথা আটায়ে মানি ল’লে। সৰু বোৱাৰীয়ে এইবাৰ ভাবিলে, আটা পিহাৰ কামটোতো এতিয়া তেওঁৰ হাতৰ পৰা গুচি গ’ল, এতিয়া তেওঁ কি কৰিব?

ঘৰত এটা কুঁৱা আছিল। এটা চাকৰে নিতৌ ৰাতিপুৱা তাৰপৰা পানী উঠাই দিছিল। সৰু বোৱাৰীয়ে কাহিলী পুৱাতে উঠি স্নান কৰি কুঁৱাৰ পৰা পানী তুলি ৰাখিলে। চাকৰটোয়ে আহি দেখে, পানী তোলা হৈ গৈছে। ঘৰৰ মালিকে চাকৰটোক বহি থকা দেখি সুধিলে, “তই বহি আছ কিয়? আজি পানী তোলা নাই যে?”

চাকৰটোয়ে ক’লে, “বাবু, আপুনিয়েই চাওক, সকলোতে পানী ভৰ্তি হৈ আছে, মই পানী তুলি ক’ত ভৰাম?”

মালিকে ক’লে, “খবৰ লোৱাচোন, কোনে পানী ভৰাইছে?”

শাহুৱে সৰু বোৱাৰীয়েকৰ ওচৰলৈ গৈ ক’লে, “বোৱাৰী, তুমিয়ে পানী ভৰাইছা নে?”

সৰু বোৱাৰীয়ে ক’লে, “মা, আপুনি মনে মনে থাকক, একো কথা নক’ব। আপোনাক কোৱাৰ বাবেই মোৰ সকলো কাম হাতৰ পৰা গুচি গৈ আছে। আপুনি বৈশাখী মাহাত্ম্যতো জানে? বহাগ মাহত অন্যক পানী খুৱোৱা যে কিমান পুণ্যৰ কাম। জল দানত যিমান পুণ্য, সিমান পুণ্য অন্ন দানতো নহয়। কিয়নো অন্ন মানুহে দিনত এবাৰ বা দুবাৰ খায়, কিন্তু পানী

অনেকবাৰ খায়। পানীৰে স্নান কৰে, হাত ভৰি ধোৱে, কাপোৰ ধোৱে। পানী নানান কামত লাগে।"

পিছদিনাখন ৰাতিপুৱাই শাহুৱে টোপনিৰ পৰা উঠিয়ে কুঁৱাৰ পানী উঠাব আৰম্ভ কৰি দিলে। তাকে দেখি অন্য বোৱাৰীকেইজনী দৌৰি আহি ক'লে, "মা, আপুনি পানী তুলি আছেযে? মানুহে দেখিলে আমাক কি বুলি ক'ব। ঘৰত ইমানসোপা বোৱাৰী থাকোঁতে আপুনি কিয় পানী তুলি আছে?"

শাহুৱে উত্তৰ দিলে, "বুঢ়ী হৈছোঁ, মৰাৰ আগতে কিছু সেৱা কৰি পুণ্য অৰ্জন কৰিবলৈ দিয়া। মোৰ পিছত তোমালোকেইতো সকলো কৰিবা।"

এইবাৰ আটাইকেইগৰাকীয়ে পানী উঠাবলৈ আৰম্ভ কৰি দিলে।

ঘৰৰ মালিকে দেখিলে, চাকৰটোৰ কোনো কাম নোহোৱা হৈছে, তাক এৰি দিলেই হয়। এইকথা শুনি সৰু বোৱাৰীয়ে শাহুৱেকৰ কাষলৈ গৈ ক'লে, "মা, আমাৰ এটা অনুৰোধ শুনক। দেউতাক গৈ কওক, চাকৰটোক যাতে এৰি নিদিয়ে। সি বেচেৰা সাংসাৰিক লোক। ইয়াতে কাম কৰি খাইছে, তাক এৰি নিদি অন্য কামত লগাই দিয়ক। শাহুৱে বুজি পালে সৰু বোৱাৰী বৰ দয়াৰ সাগৰ, তেওঁৰ বিচাৰ বুদ্ধিও উন্নত।

এইফালে সৰু বোৱাৰীয়ে দেখিলে ৰন্ধা-বঢ়া সকলোৱে কৰিছে, আটা সকলোৱে পিহিছে, পানীও সকলোৱে তুলিছে। এতিয়া কি কৰা যায়? ঘৰৰ বাচন-বৰ্তন ধোৱাৰ বাবে এজনী তিৰোতা ৰাখিছিল। তথাপিও সৰু বোৱাৰীয়ে সকলোবোৰ বাচন-কেৰাহী আদি লৈ ঘৰৰ এটা কোণত বহি মাজিবলৈ আৰম্ভ কৰি দিলে। কামৰ তিৰোতাজনীয়ে মাথোন চাই থাকিল। শাহুয়েকে দৌৰি আহি ক'বলৈ ধৰিলে, "বোৱাৰী, এয়া কি কৰিছা? বাচন-কেৰাহীবোৰ মাজিলে তোমাৰ গহনাবোৰ নষ্ট হৈ যাব, কাপোৰত দাগ লাগিব।"

সৰু বোৱাৰীয়ে ক'লে, "মা, আপুনি মনে মনে থাককচোন।"

শাহুয়ে সুধিলে, "কথাটোনো কি, কোৱাচোন।"

সৰু বোৱাৰীয়ে উত্তৰ দিলে, "এয়া বৰ পুণ্যৰ কাম মা। মহাভাৰতত

আপুনি পঢ়া নাই নেকি? পাণ্ডৱসকলে যেতিয়া যজ্ঞ কৰিছিল, প্ৰথমে তেওঁলোকে ভগৱান শ্ৰীকৃষ্ণৰ পূজা কৰিছিল আৰু কৃষ্ণই নিজে সেই যজ্ঞৰ সকলো বাচন চাফা কৰাৰ ভাৰ লৈছিল। যিমানেই সৰু কাম, সিমানেই তাত বেছি মাহাত্ম্য। যদি বাচন মাজাৰ কোনো মাহাত্ম্য নাথাকিলহেঁতেন, তেন্তে জানো নিজে এই কাম কৰিলেহেঁতেন?"

পিছদিনাখন শাহুয়ে য'ত বাচন আছিল সকলো মাজিবলৈ বহি গ'ল। তাকে দেখি সৰু বোৱাৰীয়ে ক'লে, "মা, মোৰ কথা শুনক, এই বাটি, গিলাচ, থালততো মোৰো দাবী আছে। কিয়নো এইবোৰৰ মাজত মোৰ স্বামীয়ে খোৱা বাচনো আছে। গতিকে সেইখিনি মই মাজিম।"

শাহুয়েকে উত্তৰ দিলে, "আগতে মোৰ ল'ৰা, তাৰপিছতহে তোমাৰ স্বামী। সেইবোৰো ময়েই মাজিম।" এইদৰে বাচন ধোৱা-মেলাৰ বাবেও ঘৰখনত টনা-আঁজোৰা আৰম্ভ হৈ গ'ল। দেখা গ'ল ইয়াৰ পিছত সকলো কেইজনী বোৱাৰীয়ে বাচন ধোৱা কাম কৰিবলৈ আৰম্ভ কৰি দিলে।

এইবাৰ সৰু বোৱাৰীয়ে চিন্তা কৰিবলৈ ধৰিলে, "এতিয়া কি কৰিব?" ৰাতিপুৱা এজন চাকৰ আহি ঘৰ সাৰি দিয়ে। সেইদিনা সৰু বোৱাৰীয়ে কোনেও নুঠোতেই উঠি ঘৰৰ সকলোখিনি ঠাই ঝাৰু দি পৰিষ্কাৰ কৰি ৰাখিলে। চাকৰটোৱে আহি দেখে যে সকলো ঠাই সি অহাৰ আগতেই কোনোবাই সাৰি থৈছে। এতিয়া কি কৰিব? চুপচাপ সি বহি থাকিল। তাকে দেখি শাহুয়েকে সৰু বোৱাৰীৰ কাষলৈ গৈ সুধিলে, "বোৱাৰী, ঘৰটো তুমি সাৰিছা?"

সৰু বোৱাৰীয়ে শাহু আইক মিনতি কৰি ক'লে, "হয় মা, ময়েই সাৰিছো। পিছে আপুনি মনে মনে থাকক, কাকো নক'ব। আপোনাক কোৱাৰ বাবে মোৰ হাতৰপৰা সকলো কাম গুচি গৈছে।"

শাহুয়ে ক'লে, "ঘৰ সৰা কামতো কামৰ তিৰোতাজনীৰ, কিন্তু তুমি সেই কামটো কৰিলা কিয়?"

সৰু বোৱাৰীয়ে ক'লে, "মা, আপুনি ৰামায়ণ পঢ়িছে? বনত কিমানযে ডাঙৰ ডাঙৰ ঋষি-মুনি আছিল, কিন্তু ভগৱান ৰামচন্দ্ৰই তেওঁলোকৰ

আশ্ৰমলৈ নগৈ শবৰীৰ আশ্ৰমলৈ গৈছিল। কাৰণ কি জানেনে? শবৰীয়ে নিতৌ ৰাতি নুপুৱাঁওতেই উঠি বনৰ ৰাস্তা ঝাৰু দি পৰিষ্কাৰ কৰিছিল। পম্পা সৰোবৰৰ ৰাস্তা পৰিষ্কাৰ কৰি ৰাখিছিল যাতে ঋষি-মুনিসকলৰ ভৰিত এটি আঁচোৰো নালাগে। গতিকে এই কাম বৰ পুণ্যৰ কাম।"

শাহুয়ে ভাবিলে, সকলো পুণ্য সৰু বোৱাৰীয়ে অৰ্জন কৰি ল'ব। গতিকে ইয়াৰ পিছত শাহুয়েকে বাকী বোৱাৰীকেইজনীৰ লগত লগ লাগি ঘৰ ঝাৰু দিয়াত লাগিল।

যি ঘৰত পৰস্পৰৰ মাজত প্ৰীতিৰ সম্পৰ্ক, পৰস্পৰৰ প্ৰতি ভালপোৱা থাকে, সেই ঘৰত স্বয়ং লক্ষ্মী বাস কৰে। যি ঘৰত কলহ, বিবাদ, হিংসা লাগি থাকে, সেই ঘৰত ৰোগ, দাৰিদ্ৰ, অশান্তিয়ে বাহ বান্ধে।

**জঁহা সুমতি তহঁ সম্পতি নানা। জহাঁ কুমতি তহঁ বিপতি নিদানা।**

(শ্ৰীৰামচৰিতমানস, সুন্দৰকাণ্ড ৪০/৩)

অৰ্থাৎ য'ত সুমতি তাত ইষ্ট। কুমতিত আনে যত অনিষ্ট।।

ঘৰৰ মালিকৰ ব্যৱসায়ত খুব আয় হ'বলৈ ধৰিলে। তেওঁ মনে মনে ভাবিলে যে ঘৰৰ মহিলাসকলোকে এই আয়ৰ কিছু অংশ দিয়া উচিত। তেওঁলোকক কিছু অলংকাৰ দিব। মালিকে ঘৰৰ প্ৰত্যেক গৰাকী মহিলাৰ বাবে গহণা গঢ়াই আনি দিলে। গহণা হ'ল স্ত্ৰী ধন, ইয়াত স্বামীৰো কোনো অধিকাৰ নাথাকে। সৰু বোৱাৰীয়ে শহুৰেকে দিয়া গহণাবোৰ ডাঙৰ বোৱাৰীৰ ওচৰলৈ লৈ গৈ ক'লে, "বাইদেউ, তোমাৰতো ল'ৰা-ছোৱালী আছে। সিহঁতৰ বিয়াত তোমাক অনেক গহণা গঢ়াব লাগিব। মোৰ এতিয়া ল'ৰা-ছোৱালী নাই। ইমান গহণা লৈ মই কি কৰিম? মোৰ মা-দেউতাই মোক যথেষ্ট গহণা দিছে, সেইবোৰ মোৰ বাকচতে পৰি আছে।"

কথাখিনি শুনা পাই শাহুয়েকে দৌৰি আহি সৰু বোৱাৰীয়েকক ক'লে, "সৰু বোৱাৰী, এয়া তুমি কি কৰিছা? তোমাৰ শহুৰেতো সকলো কেইজনী বোৱাৰীকেই গহণা দিছে।

সৰু বোৱাৰীয়ে ক'লে, "মা, আপুনি আৰু একো নক'ব। আপোনাক কিবা কোৱা মানে সমগ্ৰ গাঁৱত কথাটো প্ৰচাৰ হৈ যায়। কাম-কাজ কৰিলে

যদি পুণ্য হয়, তেনেহ'লে দান কৰিলে জানো অধৰ্ম হয়। যিকোনো বস্তু দান কৰাটো মহাপুণ্যৰ কাম।"

সৰু বোৱাৰীৰ কথাষাৰ শাহুয়েকৰ মনৰ ভিতৰত সোমাই গ'ল। তেওঁ ঘৰৰ মালিকৰ ওচৰলৈ গৈ ক'লে, "শুনা, মই চাকৰবোৰক শাৰী, ধুতি দান কৰিব বিচাৰোঁ।"

কথা শুনি গৃহকৰ্তা খুব খুচি। আগতে চাকৰবোৰক কিবা দিলে গৃহিনীয়ে মানা কৰিছিল, কাজিয়া কৰিছিল, এতিয়া তেওঁ সকলোকে ইটো-সিটো দিবলৈ ধৰিলে। দেখা-দেখিত অন্য বোৱাৰী কেইজনীয়েও মানুহবোৰক ইটো-সিটো দান কৰিবলৈ আৰম্ভ কৰি দিছে। ঘৰত বস্তুৰ উভৈনদী, সেই তুলনাত দিয়াৰ লোক নাই।

পুণ্যৰ দুটা দিশ— নিজে কাজ-কৰ্ম কৰা আৰু অন্যক দান কৰা। এই দুটি কাম যদি একেলগে কৰা হয় তেনেহ'লে সংসাৰত কলহ-বিবাদ দূৰ হয়, শান্তি বিৰাজ কৰে আৰু সংসাৰত উন্নতি হয়। ছোৱালীৰ বিয়াৰ কথা চিন্তা কৰাৰ সময়ত লোকে এনেকুৱা ঘৰ বিচাৰে, য'ত ছোৱালীজনীয়ে সুখ-শান্তিৰে থাকিব পাৰে। ঘৰলৈ বোৱাৰী আনিবলৈ গ'লেও এনেকুৱা ঘৰৰেই ছোৱালী বিচৰা হয়, যাতে সুখ-শান্তি আছে। সাধু-সন্তসকলেও এনেকুৱা ঘৰৰ পৰাই ভিক্ষা লৈ আনন্দ লাভ কৰে, গীতাত আছে—

**য়দ্যদাচৰতি শ্ৰেষ্ঠস্তত্তদেৱেতৰো জনঃ।**
**স য়ৎপ্ৰমাণং কুৰুতে লোকস্তদনুৱৰ্ততে।।** (৩/২১)

'শ্ৰেষ্ঠ মানুহে যি আচৰণ কৰে সাধাৰণ মানুহে তেনেকুৱা আচৰণেই কৰিব বিচাৰে। তেওঁলোকে যি কৰ্তব্য স্থিৰ কৰি দিয়ে সাধাৰণ মানুহে বিনা প্ৰশ্নই সেই কৰ্তব্য পালন কৰে।'

এই শ্লোকত শ্ৰেষ্ঠ মানুহৰ আচৰণৰ কথা ক'বলৈ গৈ পাঁচটি পদৰ দ্বাৰা সেইটো উল্লেখ কৰিছে, 'য়ৎ'-'য়ৎ' ও 'তৎ'-'তৎ' আৰু 'এৱ'। কিন্তু প্ৰমাণৰ বাবে কেৱল দুটি পদ— **'য়ৎ'** আৰু **'তৎ'** ব্যৱহৃত হৈছে। ইয়াৰ তাৎপৰ্য এইযে সমাজত মানুহৰ আচৰণৰ প্ৰভাৱ পৰে পাঁচগুণ আৰু উপদেশৰ প্ৰভাৱ পৰে দুই গুণ।

সৰু বোৱাৰীৰ আচৰণৰ দ্বাৰা অৰ্থাৎ নিজে কাম কৰি দেখুৱাই দিছে, মাথোন কথা বা উপদেশ দিয়া নাই। সেই কাৰণে তাৰ প্ৰভাৱ সমগ্ৰ ঘৰৰ লোকসকলৰ ওপৰত পৰিছে, যাৰ দ্বাৰা গোটেই সংসাৰখনেই সলনি হৈ গৈছিল। অকল সেয়াই নহয়, ওচৰ-চুবুৰীয়াৰ ওপৰতো তাৰ প্ৰভাৱ যথেষ্ট পৰিছিল। তেওঁলোকৰ সংসাৰো সলনি হৈ গৈছিল। এটি পৰিয়ালে যদি ঠিক আদৰ্শ মানি সলনি হৈ যায়, তেনেহ'লে অনেক পৰিয়াল ইয়াৰ প্ৰভাৱত সলনি হৈ যাবলৈ বাধ্য।

## ৬. শাশু-বোৱাৰীৰ কাজিয়া-বিবাদ দূৰ কৰাৰ অব্যৰ্থ কবচ

এজন সাধুবাবা আছিল। তেওঁ খোজকাঢ়ি এখন গাঁৱৰপৰা আন এখন গাঁৱলৈ ঘূৰি ফুৰিছিল। তেওঁ কোনো গাঁৱলৈ গ'লে কিছুদিন তাতেই থাকে, সৎ আলোচনা কৰে আৰু অইন এখন গাঁৱলৈ গুচি যায়। মানুহবোৰে তেওঁক খুব সন্মান দিছিল আৰু কথা শুনিছিল। এইদৰে ঘূৰোতে ঘূৰোতে সাধুবাবাই এদিন এখন গাঁৱলৈ গ'ল। লগে লগে প্ৰচাৰ হৈ গ'ল যে সাধুবাবা গাঁৱলৈ আহিছে, আজি অমুক ঠাইত অমুক সময়ত সৎসঙ্গ হ'ব। আগে-ভাগেই গাঁৱৰ নাৰী-পুৰুষসকলে আহি সৎসঙ্গত উপস্থিত হ'ল। যেতিয়া সৎসঙ্গ শেষ হ'ল, তেতিয়া এক ভদ্ৰমহিলাই সাধুবাবাৰ কাষলৈ আহি ক'লে,— "বাবা, আপুনি অমুক গাঁৱলৈ যায় নেকি?"

সাধুবাবাই ক'লে,— "অ' মা, যাওঁ।"

মহিলাই ক'লে,— "তাত আপোনাৰ এজন শিষ্য আছে, অমুক নাম। আপুনি তেওঁলোকৰ ঘৰলৈ যায় নেকি?"

সাধুবাবা "অ',— যাওঁ।"

মহিলা— "এইযে মোৰ বোৱাৰীজনী দেখিছে, এওঁ তেওঁৰেই ছোৱালী। এওঁ মোৰ লগত দিনে ৰাতি কাজিয়া কৰি থাকে। মোৰ কোনো কথা নুশুনে।

মানুহবোৰে সাধুবাবাক খুব সম্মান কৰিছিল। কোনোবাই যদি অন্যায় কৰে, তেনেহ'লে তেওঁক কয়,— "ৰ'বা, সাধুবাবাক কৈ দিম।" তেওঁলোকে তাকে শুনি ভয়তে কয়,— "নাই ভাই, সাধুবাবাক নক'বা, মই আৰু এনেকুৱা নকৰোঁ।"

সাধুবাবাই কিন্তু কোনো ৰজা-মহাৰজাৰ দৰে শাস্তি নিদিছিল। তেওঁ মৰমেৰে কৈছিল, "ভাই, তুমি এনেকুৱা নকৰিবা।"

মানুহে তেওঁৰ কথা মানিছিল। কাৰণ প্ৰেমৰ শাসন ডাঙৰ শাসন। ৰজাৰ শাসনতো ৰাজসিক, তামসিক শাসন, কিন্তু সাধু-সন্ন্যাসীসকলৰ শাসন সাত্বিক শাসন।

সাধুবাবাই সেই বোৱাৰীজনীক মৰমেৰে তেওঁৰ ওচৰলৈ মাতিলে আৰু ক'লে,— "মা, তুমি শাহুয়েৰাৰ লগত কাজিয়া কৰা নেকি?"

সাধুবাবাৰ কথা শুনি বোৱাৰীজনীৰ দুচকুৰে ঝৰ ঝৰ কৰি চকুৰ পানী পৰিবলৈ আৰম্ভ কৰি দিলে।

এই বোৱাৰীজনী যেতিয়া সৰু আছিল, তেতিয়া তেওঁ এই সাধুবাবাৰ সমুখতে খেলা খেলিছিল। এতিয়া ডাঙৰ হ'ল, বিয়া হৈ গ'ল, শহুৰৰ ঘৰলৈ আহিল। তেওঁলোকৰ ঘৰৰ ডাঙৰবোৰৰ দৰে তেওঁৰো সাধুবাবাৰ প্ৰতি অসীম শ্ৰদ্ধা আছিল। এতিয়া সাধুবাবাৰ সমুখত তেওঁৰ বিষয়ে ওজৰ-আপত্তি শুনি লাজতে তেওঁ কন্দা-কটা আৰম্ভ কৰি দিলে।

সাধুবাবাই মৰমেৰে তেওঁক আশ্বাস দিয়াত তেওঁ ক'বলৈ ধৰিলে, "বাবা, মই একো দোষ নকৰোঁ, শাহু আইক কোনো কটু কথাও নকওঁ, তথাপি তেওঁৰ মোৰ কাম-কাজ একেবাৰে পছন্দ নহয়। মই কি কৰিম? শাহু আয়ে বিনা দোষতেই মোৰ লগত কাজিয়া কৰে।"

বোৱাৰীয়ে কয় শাহুয়ে কাজিয়া কৰে আৰু শাহুয়ে কয় বোৱাৰীয়ে কাজিয়া কৰে। কাজিয়া কৰিবলৈতো দুজন লাগে। অকলে কাজিয়া নহয়। আকৌ দুয়োয়ে যেতিয়া কাজিয়া কৰে তেতিয়া এজনীয়ে কয়, তেওঁ কাজিয়া কৰিছে, আন এগৰাকীয়ে কয়, তেওঁহে কাজিয়া কৰিছে। নিজৰ

দোষ কোনেও নিজে দেখা নাপায়।

যিয়েই নহওক সাধুবাবাই ক'লে,— "মা, তুমি ভয় নকৰিবা। মই এনে এটা কবচ তৈয়াৰ কৰি তোমাক দিম, দেখিবা কেতিয়াও আৰু কাজিয়া নহয়।"

বোৱাৰীজনীৰ দেওৰেক তাত থিয় হৈ আছিল। সাধুবাবাই তেওঁক এটুকুৰা কাগজ, এটা কলম আৰু এটা তামৰ মাদুলি আনিবলৈ ক'লে। ল'ৰাটোয়ে দৌৰি গৈ বস্তুখিনি আনি দিলে, সাধুবাবাই কাগজ টুকুৰাত কিবা লিখি মাদুলিৰ ভিতৰত ভৰাই, মাদুলিৰ মূৰটো বন্ধ কৰি দিলে। মাদুলিটো বোৱাৰীজনীক দি তেওঁ ক'লে, "মা, এই কবচটো তোমাৰ হাতত বান্ধি লোৱা, এতিয়া তোমাৰ ঘৰৰ কাজিয়া বন্ধ হৈ যাব। পিছে তোমাক মই যি কথা ক'ম, সেয়া কিন্তু তুমি ঠিকমতে পালন কৰিব লাগিব।

বোৱাৰীজনীয়ে ক'লে,— "ঠিক আছে বাবা, আপুনি যি ক'ব, মই তাকেই কৰিম।"

সাধুবাবাই ক'লে,— "দুটি কথা মনত ৰাখিবা। এটা হ'ল, শাহুয়েৰাই যদি কিবা কয়, মুখে মুখে উত্তৰ নিদিবা আৰু দুই হ'ল, শাহুয়েৰাই যি কাম কৰিবলৈ কয় সেয়া ফটাফট্ কৰি দিবা। এই দুটা কথা যদি পালন কৰিব পাৰা, তেনেহ'লে এই কবচে ঠিক মতে কাম কৰিব।"

বোৱাৰীজনীয়ে ক'লে,— "বাবা, কিমানদিন কৰিব লাগিব?"

সাধুবাবাই ক'লে,— "কমেও বাৰ মাহ পালন কৰিলেই সকলো ঠিক হৈ যাব আৰু যদি কোনোবা দিন ভুল হৈ যায়, তেনেহ'লে সেই দিনৰ পৰা আকৌ বাৰ মাহ গণতি কৰি পালন কৰিব লাগিব। তাৰ আগতে যিমান দিন হৈছিল, সকলো বাদ যাব।"

বোৱাৰীয়ে ক'লে,— "ঠিক আছে, আপুনি যি ক'ব তাকেই কৰিম।"

বোৱাৰী গৰাকীয়ে হাতত কবচটো বান্ধি ল'লে। সাধুবাবাইও চাৰি-পাঁচদিন সেই গাঁৱত থাকি অন্য গাঁৱলৈ গুচি গ'ল। কাৰণ তেওঁৰ কোনো ধৰা-বন্ধা নিয়ম নাছিল যে তাত ইমান দিন থাকিবই লাগিব। আমাৰ দেশত

আগতে এনেধৰণে সাধু-সন্ন্যাসীসকলৰ অহা-যোৱা, সৎসঙ্গ কৰাৰ ব্যৱস্থা আছিল। মানুহবোৰেও তেওঁলোকে দিয়া ধৰ্মৰ উপদেশ মানি চলিছিল। তেওঁলোকৰ উপদেশত মানুহবোৰ খুব প্ৰভাৱিত হৈছিল। সাধু-সন্ন্যাসীসকলক মানুহবোৰে খুব শ্ৰদ্ধাৰ চকুৰে চাইছিল। সেয়েহে গাঁৱত শান্তি বিৰাজ কৰিছিল।

বোৱাৰীগৰাকীয়ে সাধুবাবাই দিয়া আদেশ পালন কৰিবলৈ আৰম্ভ কৰি দিলে। শাহুয়েকে কোনো কামৰ কথা কোৱাৰ লগে লগেই নম্ৰভাৱে সমুখত থিয় হয় আৰু শাহুয়েকৰ কথাৰ ওপৰত এটা কথাও নোকোৱা হ'ল। শাহুয়েকে মনে মনে ভাবিলে সাধুবাবাৰ কবচ যন্ত্ৰই মেজিকৰ দৰে কাম কৰিছে। ঘৰলৈ শান্তি ঘূৰি আহিছে। ঘৰৰ অইন লোক সকলো খুব সুখী। শাহু-বোৱাৰীয়ে এতিয়া খুব প্ৰেম-প্ৰীতিৰে বাস কৰিবলৈ ধৰিলে। বোৱাৰীয়ে শাহুয়েকৰ কথা শুনা বাবে তেওঁক নিজৰ ছোৱালীতকৈও বেছি ভাল পাব ধৰিলে। ছোৱালীবোৰতো অলপ দিনৰ বাবেহে ঘৰত থাকে, পিছত শহুৰৰ ঘৰলৈ গুচি যাব লগা হয়। কিন্তু বোৱাৰী সদায় ওচৰতে থাকে। কাজিয়াতো তেতিয়াহে লাগে, যেতিয়া বোৱাৰীয়ে শাহুয়েকৰ কথাত কাণ নিদিয়ে, কাম কৰিবলৈ ক'লে নকৰে।

কিছুদিন পিছত সাধুবাবা আকৌ সেই গাঁৱলৈ এদিন ঘূৰি আহিল। আহিয়েই বোৱাৰীজনীৰ শাহুয়েকক সুধিলে,— "মা এতিয়া ঠিক হৈ গৈছেনে?" শাহুয়েকে ক'লে,— "বাবা, আপোনাৰ দয়াত সকলো ঠিক হৈ গৈছে। মোৰ বোৱাৰী একেবাৰে সলনি হৈ গৈছে।"

বোৱাৰীক যেতিয়া সোধা হ'ল, তেতিয়া বোৱাৰীয়ে ক'লে,— "বাবা, এদিন মোৰ ভুল হৈ গৈছিল।"

সাধুয়ে ক'লে,— "মা, সেইদিনাৰ পৰা আকৌ বাৰ মাহ গণতি কৰিব লাগিব। আগৰ দিনবোৰ ইয়াত ধৰা নহ'ব। দেখিছাতো, উপবাসৰ দিনা অন্নৰ এটা দানা খালেও ব্ৰত ভঙ্গ হয়।"

বোৱাৰীয়ে ক'লে,— "ঠিক আছে বাবা, এইবাৰৰ পৰা কথাষাৰ মনত ৰাখিম।"

এইদৰে ডেৰ-দুবছৰ পিছত তেওঁৰ বাৰ মাহ সম্পূৰ্ণ হ'ল। শাহু আই আৰু বোৱাৰীৰ এতিয়া খুব মিল।

দুই-আঢ়ৈ বছৰ পিছত সাধুবাবা আকৌ এদিন সেই গাঁৱলৈ আহিল আৰু তেওঁলোকৰ সৈতে দেখা কৰি ক'লে,— "এদিন মই তোমালোকৰ ঘৰলৈ যাম।" সাধুবাবা তেওঁলোকৰ ঘৰলৈ আহিব বুলি কোৱাত ঘৰৰ আটায়ে খুচি হ'ল।

সাধুবাবা খুব ত্যাগী পুৰুষ আছিল। দুই-চাৰি ঘৰত ভিক্ষা কৰি খাইছিল। কাপোৰ ফাটি গ'লে কোনোবাই যদি আগ্ৰহ কৰি দিয়ে, তেনেহ'লে তেওঁ গ্ৰহণ কৰিছিল। টকা-পইচাৰ কোনো কাৰবাৰেই তেওঁৰ লগত নাছিল। যিদিনা সাধুবাবাই ভিক্ষাৰ বাবে তেওঁলোকৰ ঘৰলৈ আহিল, সেইদিনা তেওঁলোকৰ ঘৰত বহুলোকৰ সমাগম হ'ল। কাৰণ, আজি তাতে সৎসঙ্গ হ'ব। আটায়ে সৎসঙ্গ শুনিব। সাধুবাবাই ভিক্ষা ল'লে আৰু সকলোকে সৎ কথা শুনালে।

মানুহবোৰ গুচি যোৱাৰ পিছত ঘৰৰ মালিক আহি সাধুবাবাৰ কাষত বহিল। সাধুবাবাই আদেশ কৰিলে, "মই যে কবচটো তৈয়াৰ কৰি দিছিলো, সেইটো লৈ আহা।"

বোৱাৰীয়ে কবচটো আনি সাধুবাবাৰ সমুখত ৰাখিলে। সাধুবাবাই ক'লে,— "এইটো খুলি ইয়াৰ ভিতৰত থকা কাগজখন পঢ়ি চোৱা, দেখিবা তাত কি লিখা আছে।"

ঘৰৰ মানুহবোৰে মাদুলিৰ ভিতৰৰ পৰা কাগজখন বাহিৰ কৰি পঢ়ি চাই, দেখিলে,— তাত লেখা আছে, "শাহু আৰু বোৱাৰী যদি একমত হয়, তেন্তে সাধুবাবাই কি কৰিব? আৰু শাহু আৰু বোৱাৰী যদি দ্বিমত হয়, তেনেহ'লে সাধুবাবাই কি কৰিব?"

সাধুবাবাই ক'লে, "শাহু-বোৱাৰীয়ে যদি শান্তিত বসবাস কৰে, তেনেহ'লে মোৰ কি প্ৰয়োজন আৰু যদি পৰস্পৰে কাজিয়া কৰে তেতিয়াও মই কি কৰিম? ইয়াৰ তাৎপৰ্য হ'ল, তোমালোকে শান্তিত বাস কৰা। শক্তি এই

কবচত নাই। আচলতে শক্তি নিহিত হৈ আছে প্ৰতিবাদ নকৰি কথা অনুসৰি কাম কৰাৰ মাজত। বহুতে তন্ত্ৰ-মন্ত্ৰৰ কথা কয়। কয়, মই সাধনসিদ্ধ। মই তোমাক এনে কৰি দিম, তেনে কৰি দিম, ভয়ৰ কোনো কাৰণ নাই, এনে ধৰণৰ অনেক কথা। সেইবাবে তোমালোকৰ সমুখতেই মাদুলিটো খুলি দেখুৱাই দিলোঁ। তন্ত্ৰ-মন্ত্ৰ মই একো নাজানো, কিন্তু তোমালোকৰ যাতে মোৰ কথাত বিশ্বাস হয়, সেয়ে এই যন্ত্ৰ তৈয়াৰ কৰি দিছিলোঁ।"

ডাঙৰৰ মুখৰ আগত কোনো উত্তৰ নিদিবা আৰু তেওঁলোকে যি ক'ব সেয়া পালন কৰিবা। এই দুটি কথা যদি সকলোৱে মানি চলে, তেনেহ'লে ইহলোক পৰলোক দুয়ো লোকতে তেওঁলোকৰ মঙ্গল হ'ব। শাহুয়ে যদি কয়, বোৱাৰী এই কামটো কৰা আৰু যদি তুমি ভাবা যে সেয়া কৰিলে ক্ষতি হ'ব, তেনেহ'লে হাতযোৰ কৰি তেওঁৰ সমুখত থিয় হৈ থাকা আৰু তেওঁ যদি সোধে 'কামটো নকৰি থিয় হৈ আছা কিয়?' তেতিয়া তুমি ক'বা, 'আপোনাৰ কাম মই কৰি দিম কিন্তু তাৰপৰা ক্ষতি হ'ব।' তথাপিও যদি শাহুয়ে কয়, "নাই, নাই, কৰিবই লাগিব, তেতিয়া সেয়া কৰি দিয়া। যদি কামটো কৰিবলৈ যাওঁতে লোকচান হয়, তথাপিও মুখেৰে নক'বা যে 'মইতো আগতেই কৈছিলো, এই কামটো কৰিলে ভাল নহ'ব।'— এইদৰে বাহাদুৰী নামাৰিবা। খুব নম্ৰভাৱে, সহজ আৰু অভিমান নাৰাখি ক'বা।" সাধুবাবাৰ কথাত আটায়ে খুব প্ৰভাৱিত হ'ল।

সকলো ভাই-ভনীৰ ওচৰত অনুৰোধ, আপোনালোকে এই যন্ত্ৰ ধাৰণ কৰি লওক যে কোনেও ডাঙৰৰ মুখৰ ওপৰত একো নক'বা। তেওঁলোকক তিৰস্কাৰ, অপমান, অৱহেলা নকৰিবা। তেওঁলোকে যেনে ধৰণে আদেশ কৰে, তাক পালন কৰিবা। তেনেহ'লে আপোনালোকৰ ঘৰতো সুখ-শান্তি-আনন্দ বিৰাজ কৰিব।

# ৭. ধনীক শিক্ষা

কোনো এখন নগৰত এজন ধনীলোকে বাস কৰিছিল। তেওঁ সদায় ৰাতিপুৱা উঠি নদীত স্নান কৰি নিত্য ক্রিয়া-কর্ম, পূজা-পাঠ আদি কৰিছিল। এদিন এজন সাধু মহাপুৰুষে ঘূৰোঁতে ঘূৰোঁতে আহি সেই নদীৰ ঘাট পাই তাতে বহিছিল। সেই সময়তে সেই ধনী মানুহজনেও গা ধুবলৈ অহাত সাধুৱে মাত লগালে,— "ডাঙৰীয়া, হৰেকৃষ্ণ"। কিন্তু ধনী মানুহজনে কোনো সঁহাৰি নজনালে। সাধুৱে আকৌ ক'লে,— "ডাঙৰীয়া, হৰেকৃষ্ণ।" এইদৰে দুই-তিনিবাৰ কোৱাৰ পিছত ভদ্রলোকে মনতে ভাবিলে, ই বোধহয় ভিক্ষাৰী, ভিক্ষা বিচাৰিছে। সেই কাৰণে কৈ উঠিল, "এই যা, যা— ইয়াৰপৰা আঁতৰ।"

সাধুৱে দেখিলে ইয়াৰ অহংকাৰ খুব বাঢ়ি গৈছে। ভগৱানৰ নাম পর্যন্ত মাতিবলৈ গাত লাগে। মইতো ভগৱানৰ নাম লৈছোঁ আৰু এই মানুহজনে কৈছে, 'যাঃ যাঃ।" মোক খেদি দিছে।

ধনীসকলৰ এইধৰণৰ অহংকাৰ থাকে। তেওঁলোকে ভাবে আটায়ে তেওঁলোকৰ পৰা কিবা বিচাৰে। সেয়েহে তেওঁলোকে ভয়তে আটাইকে এৰি চলিব বিচাৰে। তেওঁলোকৰ গৰীৱ, সাধু, ব্রাহ্মণ, ৰজা, চোৰ, ডকাইত সকলোৰে পৰাই ভয়। আনকি নিজৰ ল'ৰা-ছোৱালী, নাতি-নাতিনী প্রভৃতি সকলোৰে পৰা শংকিত হৈ থাকে।

সাধুবাবাই চিন্তা কৰিলে এওঁক অলপ শিক্ষা দিব লাগিব। লগে লগে তেওঁ সেই ধনীলোকজনৰ মায়াৰূপ ধাৰণ কৰিলে আৰু তেওঁৰ ঘৰলৈ গুচি গ'ল। দাৰোৱানে তেওঁক দেখি ক'লে, "হুজুৰ, আজি আপুনি ইমান তাৰাতাৰি ঘূৰি আহিল?"

তেওঁ ক'লে,— "নদীৰ ঘাটত এজন বহুৰূপী দেখিলোঁ, দেখাত ঠিক মোৰ দৰে। মই ভাবিলোঁ, মানুহজনে যদি ঘৰলৈ আহি কিবা বেমেজালি লগায়, সেয়ে মই তাৰাতাৰি গুচি আহিলোঁ। তয়ো সতর্ক হৈ থাকিবি, বহুৰূপী আহিলে ভিতৰলৈ সোমাব নিদিবি।"

ধনীলোকজনে যিদৰে নিতৌ ঘৰলৈ ঘূৰি আহি নিত্য কৰ্ম পালন কৰে, বাবাজীও সেই ধৰণেই জপ-ধ্যান আদি কৰিবলৈ ধৰিলে। আনহাতে ধনীলোকজনে যেতিয়া অন্য দিনৰ দৰে তিতা কাপোৰ পিন্ধি ঘৰলৈ ঘূৰি আহিল তেতিয়া দাৰোৱানে তেওঁক বাধা দি ক'লে,— "ক'লৈ যোৱা? ইয়াৰ পৰা আঁতৰি যোৱা।"

তেতিয়া ধনী ব্যক্তিজনে ক'লে, "কি কথা? তই গাজা-চাজা কিবা খাইছ নেকি? তই মোৰ চাকৰ হৈ মোৰ ওপৰতে দাদাগিৰি দেখুৱাইছ?"

দাৰোৱানে ক'লে,— "ইয়াৰ পৰা পলোৱা, নহ'লে মজা দেখুৱাই দিম।"

ধনীলোকজনে তেওঁৰ ল'ৰাটোক মাতি আনি ক'লে,— "আজি ইয়াৰ হৈছে কি? মোক ভিতৰলৈ যাব দিয়া নাই।" তেতিয়া তেওঁৰ ল'ৰাইও ক'লে,— "বাহিৰলৈ যোৱা, বাহিৰলৈ যোৱা, ভিতৰলৈ সোমোৱাৰ চেষ্টা নকৰিবা।"

ভদ্ৰলোকে দেখিলে মহা মচকিল হ'ল। তেওঁক কোনেও এতিয়া ঘৰৰ ভিতৰলৈ যাব নিদিয়ে।

বেচেৰা ধনী মানুহজনে কিছু সময় ইফালে সিফালে ঘূৰা-ঘূৰি কৰি ভাবিলে,—অন্য ক'লৈকো নগৈ চিধাই ৰজাৰ ওচৰলৈ যোৱা যাওক। এইবুলি তেওঁ ৰজাৰ ওচৰত গৈ উপস্থিত হ'ল। তেওঁ ৰাজদৰবাৰত এজন বেছ গণ্যমান্য ব্যক্তি হিচাপে পৰিচিত। ৰজাই তেওঁক আজি এই অৱস্থাত দেখি সুধিলে,— "আজি কি হ'ল? তিতা কাপোৰ পিন্ধি ইয়ালৈ আহিলযে?"

তেতিয়া সেই ধনী ব্যক্তিজনে ক'লে,— "কি ক'ম মহাৰাজ। বহুৰূপী এজনে মোৰ দৰে সাজি আহি মোৰ ঘৰত সোমাইছে আৰু মোক খেদি দিছে।"

এইকথা শুনি ৰজা অবাক হ'ল। তেওঁ তেওঁৰ মানুহবোৰক ক'লে,— "তেওঁৰ ঘৰলৈ গৈ চোৱাচোন, কি কথা।"

ৰজাৰ কথামতে লোককেইজনে ধনী মানুহজনক লৈ তেওঁৰ ঘৰলৈ

গ'ল। ঘৰৰ মানুহবোৰে তেওঁলোকক ক'লে,— "এই মানুহজন সঁচাকৈয়ে নকল, বহুৰূপী। আমাৰ মানুহজনতো ঘৰতেই আছে।"

ৰজাৰ মানুহ কেইজনে গৈ ৰজাক ক'লে,— "তেওঁতো ঘৰত সুশৰীৰে বিৰাজ কৰিছে।"

ৰজাই ক'লে,— "তেওঁক মাতি আনা। তেওঁক গৈ ক'লে যে ৰজাই মাতিছে।"

খবৰ পোৱাৰ লগে লগেই ধনী লোকবেশী সাধুপুৰুষজনে ঘোঁৰা গাড়ীত বহি ভাল সাজ-পোছাক পিন্ধি, সেই ধনী ব্যক্তিজনে যেনেদৰে আগে পিছে ৰাজদৰবাৰলৈ আহে, সেইদৰে ৰজাৰ সমুখত হাজিৰ হ'ল আৰু ক'লে, "অন্নদাতা, এই অধমক কিয় মাতি পঠিয়াইছে?"

ৰজাই তেওঁক দেখি আচৰিত হৈ গ'ল, দুই জনেই দেখোন সাইলাখ দেখিবলৈ একে। কি কৰি চিনাক্ত কৰা যায়? মন্ত্ৰীসকলক সুধিলে, তেওঁলোকেও ক'লে, "মহাৰাজ, আচল ব্যক্তিকতো চিনিব পৰা নাযাব।"

তেতিয়া ৰজাই সুধিলে,— "আপোনালোক দুজনৰ ভিতৰত কোন আচল আৰু কোন নকল কওক।"

দুয়োজনৰপৰা একেই উত্তৰ,— "মহাৰাজ, আপুনি পৰীক্ষা কৰি কওক।"

ধনী ব্যক্তিৰূপী সাধুয়ে ক'লে,— "হিচাবৰ খাতা-পত্ৰ লৈ আহক। খাতাত যি যি লিখা আছে কৈ দিছোঁ।

খাতা-পত্ৰ সকলো অনা হ'ল। তেওঁ খাতা নোচোৱাকৈয়ে কোন কোন বছৰত ক'ত কি খৰচ হৈছিল, সকলো কৈ দিলে। একেবাৰে সকলো হুবহু মিলি গ'ল। আচল ব্যক্তিজনে হাঁ কৰি মুখ মেলি চাই থাকিল। তেওঁৰ ইমান কথা মনত নাই। গতিকে সকলোৰে সমুখত প্ৰমাণ হৈ গ'ল যে আচল জনেই নকল।

ৰজাই ক'লে,— "এই মানুহজনক জেলত ভৰাই দিয়া।"

শেষত সাধুবাবাৰ অনুৰোধত অৱশ্যে তেওঁক এৰি দিয়া হ'ল।

পিছদিনাখন সেই মানুহজনে নদীলৈ স্নান কৰিবলৈ গৈ দেখে যে সাধুবাবা

তাত বহি আছে। ধনী ব্যক্তিজনক দেখি সাধুবাবাই ক'লে,— "হৰে কৃষ্ণ।"

এই কথা শুনিয়েই ধনী ব্যক্তিজনৰ চকু মেল খালে। গম পালে যে সকলোবোৰ এই সাধুবাবাৰে কাম।

সাধুবাবাই ক'লে,— "তুমি ঈশ্বৰৰ নাম জপ কৰা, অন্যক অপমান, গালি-গালাজ নকৰিবা। ধনৰ অহংকাৰ ত্যাগ কৰা।"

ধনী ব্যক্তিজনে সাধুবাবাৰ কথা শুনি তলমূৰ কৰি চুপচাপ নিজৰ ঘৰলৈ গুচি গ'ল।

## ৮. পাপৰ বাপ

এজন বৰ নামকৰা পণ্ডিত আছিল। তেওঁ কাশীৰপৰা পঢ়া শুনা শেষ কৰি সংসাৰ পাতি সুখেৰে বাস কৰিছিল। এদিন তেওঁৰ স্ত্রীয়ে তেওঁক প্রশ্ন কৰিলে,— "কওকচোন পাপৰ বাপ কোন?"

পণ্ডিতে পুথি-পত্র খুলি বহি ল'লে, কিন্তু পাত পাত কৰি বিচাৰিও ক'তো নাপালে 'পাপৰ বাপ কোন?' তেওঁৰ খুব লাজ লাগিল। ঘৈণীয়েকে সুধিছে 'পাপৰ বাপ কোন' আৰু ইমান ডাঙৰ পণ্ডিত হৈ, ইমান লেখা-পঢ়া কৰি তেওঁ ক'ব পৰা নাই, পাপৰ বাপ কোন? তেওঁ আকৌ কাশীলৈ যাবলৈ মনস্থ কৰিলে। ভাবিলে, কাশীলৈ গৈ এবাৰ সকলো ভালদৰে জানি আহিব লাগিব। এই বুলি কাশীলৈ ওলালত, ৰাস্তাত এক বেশ্যাৰ লগত তেওঁৰ দেখা-দেখি হ'ল। বেশ্যাজনীয়ে শুনিছিল যে পণ্ডিতে কাশীৰ পৰা যথেষ্ট পঢ়া-শুনা কৰি আহিছে। সেয়ে তেওঁ পণ্ডিতক সুধিলে,— "পণ্ডিতজী, ক'লৈ যায়?"

পণ্ডিতে ক'লে,— "মই কাশীলৈ যাওঁ।"

বেশ্যাই সুধিলে,— "কিয়, কাশীলৈ কিয় যায়? আপুনিতো কাশীৰপৰা পঢ়া-শুনা কৰি আহিছেই?"

পণ্ডিতে ক'লে,— "কি কৰিম কোৱা? ঘৰত মোৰ গৃহিণীয়ে মোক প্ৰশ্ন কৰিছে, পাপৰ বাপ কোন? মই তাৰ উত্তৰ দিব পৰা নাই। সেয়েহে আকৌ পঢ়া-শুনা কৰি চাম, পাপৰ বাপ কোন?"

বেশ্যাই ক'লে,— "আপুনি তালৈ কিয় যাব লাগে? সেয়াতো ময়েই কৈ দিব পাৰোঁ।"

"খুব ভাল কথা, তেনেহলেতো ইমান দূৰ আৰু যাব নালাগে।"— পণ্ডিতে ক'লে।

বেশ্যাই ক'লে,— আপুনি ঘৰলৈ যাওক, আপোনাক পাপৰ বাপ কোন, মই কৈ দিম।"

বেশ্যাৰ কথা শুনি পণ্ডিতে ঘৰলৈ ঘূৰি গ'ল।

অমাৱস্যাৰ এদিন আগত বেশ্যাজনী পণ্ডিতৰ ঘৰলৈ আহিল। এশ টকাৰ নোট এখন তেওঁ পণ্ডিতৰ সমুখত ৰাখি ক'লে,— "আপুনি কালি মোৰ ঘৰত ভোজন কৰিব।"

পণ্ডিতে ক'লে,— "ঠিক আছে।"

পিছদিনা পণ্ডিতৰ ৰন্ধাৰ বাবে সকলো যোগাৰ হৈ গৈছে আৰু পণ্ডিতজীও আহি গৈছে। তেওঁ নিজৰ হাতে ৰন্ধাৰ বাবে যেতিয়া আগবাঢ়ি গ'ল, তেতিয়া বেশ্যাই ক'লে,— "পণ্ডিতজী, আপুনিতো নিজে ৰান্ধি খায়, অইন কাৰো হাতে ৰন্ধা নাখায়। আজি মই ৰান্ধি দিছোঁ, আপুনি খাই চাওক।" এই বুলি তেওঁ আৰু এশ টকাৰ নোট এখন পণ্ডিতজীক দিলে। পণ্ডিতে ভাবিলে, মই যদি অন্য লোকৰ হাতেৰে ৰন্ধা খাওঁ, তেন্তে কিনো ক্ষতি হ'ব? এইবুলি ভাবি ৰাজী হৈ গ'ল।

এইবাৰ ভোজনৰ বাবে পণ্ডিতজীৰ সমুখত ৰন্ধাখিনি পৰিবেশন কৰা হ'ল। আকৌ এশ টকাৰ নোট এখন পণ্ডিতজীৰ সমুখত ৰাখি প্ৰণাম কৰি বেশ্যাই ক'লে,— "পণ্ডিতজী, আপুনি যেতিয়া মোৰ হাতেৰে বনোৱা আহাৰ খাইছেই, তেনেহলে আৰু অলপ দয়া কৰক, মই নিজ হাতেৰে আপোনাক খুৱাই দিওঁ। হাততো সেই একেখনেই, এই হাতেৰেইতো ৰন্ধা হৈছে। দয়া কৰি মোৰ হাতেৰেই আজি খাওক।"

পণ্ডিতে বেশ্যাৰ কথাত সন্মত হৈ যোৱাত বেশ্যাই এগৰাহ ভাত হাতত লৈ পণ্ডিতৰ মুখৰ সমুখত ধৰাৰ লগে লগে সেই পণ্ডিতে হাঁ কৰি খাবলৈ মুখ মেলিছে, এনেতে তেওঁৰ মুখত এক থাপৰ মাৰি বেশ্যাই ক'লে, "এতিয়াও জ্ঞান নহ'ল মূৰ্খ পণ্ডিত। খবৰদাৰ, আপুনি মোৰ ঘৰৰ অন্ন নুচুব। ব্ৰাহ্মণৰ ধৰ্ম মই নষ্ট কৰিব নিবিচাৰোঁ। মই ইমানখিনি কৰিলোঁ কেৱল পাপৰ বাপ কোন, এই কথাটি জনাবৰ বাবেহে।"

টকা যিমানেই পকেটলৈ আহিছে, সিমানেই আচাৰ-বিচাৰৰ জলাঞ্জলি দিয়া হৈছে।

ইয়াতে কি বুজা গ'ল? পাপৰ বাপ কোন? টকাৰ লোভ। "**ত্ৰিৱিধং নৰকস্যেদং দ্বাৰং নাশনমাত্মনঃ।**" (গীতা ১৬/২১)। কাম, ক্ৰোধ আৰু লোভ— এই তিনি ৰিপু নৰকৰ উন্মুক্ত দ্বাৰ।

**পৰ উপদেশ কুসল বহুতেৰে।**
**জে আচৰহিঁ তে নৰ ন ঘনেৰে।।**

(শ্ৰীৰামচৰিতমানস, লঙ্কাকাণ্ড ৭৮/১)

অন্যক উপদেশ দিবৰ সময়ত মানুহ খুব পটু, কিন্তু সেই উপদেশ নিজে মানি চলিব খুব কম লোকেহে পাৰে। মানুহে চিন্তা নকৰে যে কি কৰা উচিত আৰু কি কৰা অনুচিত। অন্যক বুজোৱাৰ সময়ত মহাপণ্ডিত, কিন্তু নিজৰ ক্ষেত্ৰত পণ্ডিতালী পাহৰি যায়।

**পৰোপদেশৱেলায়াং শিষ্টাঃ সৰ্ৱে ভৱন্তি হি।**
**ৱিস্মৰন্তীহ শিষ্টত্বং স্বকাৰ্য্যে সমুপস্থিতে।।**

অন্যক উপদেশ দিয়াৰ সময়ত যি পাণ্ডিত্য, সেই পাণ্ডিত্য যদি নিজৰ সময়তো প্ৰয়োগ কৰা হয়, তেন্তে তাতেই আচল বাহাদুৰি। মানুহে উচিত-অনুচিত জানে, সেয়া ঠিক, কিন্তু সেইটো জানি বাস্তবায়িত কৰাতেইতো আচল বাহাদুৰি।

# ৯. বিশুদ্ধ হৰিকথা

মহাৰাষ্ট্ৰৰ স্বনামধন্য গুৰু ৰামদাস বাবা এজন উচ্চস্তৰৰ সাধুপুৰুষ আছিল। তেওঁৰ সম্বন্ধে এটি কাহিনী প্ৰচলিত আছে। তেওঁ আছিল মহাবীৰ হনুমানৰ পৰম ভক্ত। তেওঁক হনুমানজীয়ে প্ৰায়েই দৰ্শন দিছিল। এবাৰ তেওঁ হনুমানজীক ক'লে,— "প্ৰভু, আপুনি যেনেদৰে মোক দৰ্শন দিছে, তেনেদৰে এবাৰ সকলোকে দৰ্শন দিয়ক।"

হনুমানজীয়ে ক'লে,— "ঠিক আছে, তুমি সকলোকে এঠাইত এক লগ কৰা। মই দৰ্শন দিম।"

বাবাজীয়ে ক'লে,— "মই সকলোকে হৰিনামৰ মাধ্যমেৰে একলগ কৰি দিম।"

হনুমানজীয়ে ক'লে,— "বিশুদ্ধ হৰিকথা হলেহে মই আহিম।"

বাবাজীয়ে ক'লে,— "সেয়ে হ'ব, বিশুদ্ধ হৰিকথাই মই গাম।"

সাধু ৰামদাস বাবা আছিল শিৱাজীৰ গুৰু অৰ্থাৎ ৰাজগুৰু। সেয়েহে তেওঁৰ প্ৰভাৱ আছিল অপৰিসীম। তেওঁ য'লৈকেই গৈছিল তাতেই হাজাৰে হাজাৰে লোক জমা হৈছিল। তেওঁ কোনো ঠাইত হৰিনাম গাবলৈ আৰম্ভ কৰিলে মানুহে তেওঁলোকৰ সকলো কাম পাহৰি তাতেই মগ্ন হৈ গৈছিল। ভক্ত ৰামদাসে নগৰলৈ গৈ ক'লে,— "আজি ৰাতি নগৰৰ বাহিৰত অমুক ঠাইত হৰিনাম হ'ব, তোমালোক আটায়ে উপস্থিত থাকিবা।"

এই খবৰ বিয়পি পৰাৰ লগে লগে সকলো ব্যৱস্থা কৰা হৈ গ'ল। ৰভা সাজি, মঞ্চ সাজি দলিচা পাৰি দিয়া হ'ল। বাদ্য বজোৱা লোক সকলো সময়মতে আহি হাজিৰ হ'ল। ৰভাতলীত প্ৰচুৰ লোক জমা খালে। যথাসময়ত কীৰ্তন আৰম্ভ হ'ল। ৰামদাস বাবাই মধুৰ সুৰেৰে হৰিনাম গাবলৈ ধৰিলে আৰু গানৰ মাজে মাজে ভগৱানৰ লীলা কথা পৰিবেশন কৰিবলৈ ধৰিলে। কিছু সময় পিছতে কীৰ্তনে এনেকুৱা পৰ্যায় পালে যে লীলা কথা নোকোৱাকৈ মাথোন কীৰ্তন গাবলৈ ধৰিলে, কীৰ্তন কৰি কৰি তেওঁ আত্মহাৰা হৈ উন্মাদৰ দৰে নাচিবলৈ ধৰিলে। বহু সময় এনেদৰে চলাৰ

পিছত মানুহবোৰে কোৰা-কুই কৰিবলৈ ধৰিলে,— "ক'তা, বাবাইতো ভগৱৎ কথা একোই নুশুনালে। এতিয়া দেখিছো কীৰ্তনতেই মজি ৰৈছে।"

শ্ৰতাসকলৰ ভিতৰত আচল ভক্তি ভাবতো নাই। সেয়েহে তেওঁলোকে মনে মনে ভাবিলৈ ধৰিলে, এই কীৰ্তনচোন ঘৰত বহিয়েই শুনা যায়। গতিকে ইয়াত ইমান সময় বহি থাকি কি লাভ হ'ব? এইবোৰ কৈ কৈ তেওঁলোক উঠি যাবলৈ আৰম্ভ কৰিলে। চাওঁতে চাওঁতে ৰভাতলী খালি হৈ গ'ল। বাজানা বজোৱা সকলো ক্লান্ত হৈ উঠি গুচি গ'ল। ৰামদাস বাবাই চকু বন্ধ কৰি আপোন ভাৱত বিভোৰ হৈ নাচি নাচি নাম-কীৰ্তন কৰি গৈয়েই আছে। তেওঁ হনুমানজীক কথা দিছিল যে তেওঁ বিশুদ্ধ হৰিনাম গাব। সেয়েহে তেওঁ গায়েই আছে। এতিয়া তাত মাথো দলিচা পাৰি দিয়া লোককিজন বহি আছে। তেওঁলোকো মহা সমস্যাত পৰিছে। বাবাইতো পাগলৰ দৰে নাচিছে, গতিকে দলিচাখন নিয়ে কিদৰে? শেষত তেওঁলোকেও ফন্দি পাতিলে। ৰামদাস বাবাই নাচি নাচি যেতিয়া ইফালৰ পৰা সিফালে গৈছে তেতিয়া তেওঁলোকেও সিফালৰ দলিচা আঁতৰাই নিছে। আকৌ যেতিয়া সিফালৰ পৰা ইফালে আহিছে, তেতিয়া ইফালৰখিনি কোঁচাই লৈছে। এইদৰে সম্পূৰ্ণ দলিচাখন গোটোৱা হোৱাত, তেওঁলোকো গুচি গ'ল। এইদৰে যেতিয়া সকলো গুচি গ'ল, তেতিয়া হনুমানজীয়ে ৰামদাস বাবাক দৰ্শন দিলে। বাবাজীয়ে হনুমানজীক সাষ্টাঙ্গে প্ৰণাম জনাই ক'লে,— "প্ৰভু, সকলোকে এবাৰ দৰ্শন দিয়ক।"

তেতিয়া হনুমানজীয়ে হাঁহি ক'লে,— "কাক দৰ্শন দিম, ইয়াততো কোনো নাই?"

বাবাই চকু মেলি চাই দেখে,— কথাটোতো সঁচা, তেতিয়া তাত তেওঁৰ বাহিৰেতো কোনো নাই।

এইদৰে ভক্তিত গদ্‌গদ্ হৈ ভগৱানৰ নাম-কীৰ্তন কৰিলে ভগৱানৰ দৰ্শন লাভ হয় আৰু এই নামেই হ'ল বিশুদ্ধ "হৰিনাম", বিশুদ্ধ "হৰিকথা"।

# ১০. ঘোঁৰাই জেদ ধৰিলে

মহাপুৰুষসকলে সদায় আমাৰ প্ৰতি নজৰ ৰাখে, যেনেদৰে সন্তানৰ প্ৰতি মাকে নজৰ ৰাখে, তেনেদৰে। সন্তানৰ ভোক লাগিলে মাকে নিজেই সন্তানৰ কাষলৈ দৌৰি আহে। সেইদৰে মহাপুৰুষসকলে প্ৰকৃত প্ৰেমী ভক্তৰ কাষলৈ দৌৰি নহাকৈ থাকিব নোৱাৰে। এই বিষয়ে এটা ঘটনা আছে—

গৃহস্থ এজন অতি উচ্চ স্তৰৰ জ্ঞানীপুৰুষ আছিল। তেওঁ সংসাৰী হ'লেও জীৱমুক্ত পুৰুষ আছিল। এদিন তেওঁ নিজৰ ঘোঁৰাত উঠি কোনো এখন গাঁৱলৈ গৈছিল। যাওঁতে যাওঁতে হঠাৎ ঘোঁৰাটোয়ে উল্টা পথেৰে যাবলৈ আৰম্ভ কৰিলে। তাকে দেখি তেওঁ ঘোঁৰাটোক ঘূৰাবৰ চেষ্টা কৰিলে যদিও ঘোঁৰাটোৱে উল্টা পথেৰেই আগবাঢ়িব ধৰিলে। তেওঁ ভাবিলে, কথাটো কি? শেষত তেওঁ ভাবিলে যে ঘোঁৰাটোৱে যেতিয়া এই পথেৰেই যাব বিচাৰিছে, সেয়াই হওক, গৈ গৈ ঘোঁৰাটোৱে এটি ঘৰৰ সমুখত থিয় হ'ল। তেতিয়া বহুত সময় হৈ গৈছিল, ঘৰটোৰ সমুখত এখন দৰ্জা খোলা আছিল। তেওঁ ঘোঁৰাৰ পৰা নামি ঘৰৰ গৰাকীক মাতিলে। তাত বাস কৰিছিল এজন উচ্চ শ্ৰেণীৰ ভক্ত। তেওঁ এইজন মহাপুৰুষক দেখি খুব আনন্দিত হ'ল। দুয়ো দুয়োকে আগৰ পৰাই জানিছিল। ভক্তজনে বহুদিনৰ পৰাই ভাবি আছিল এই মহাপুৰুষক লগ কৰিব। আজি ঈশ্বৰে নিজেই কৃপা কৰি তাৰ ব্যৱস্থা কৰি দিলে। তেওঁ মহাপুৰুষক যথোচিত সেৱা-সৎকাৰ কৰিলে, সৎসঙ্গ সম্বন্ধেও দুজনৰ মাজত অনেক কথা হ'ল। তেওঁ সাধন-ভজন সম্বন্ধে যি যি সুধিলে, মহাপুৰুষে সেই সকলোবোৰ কথা সুন্দৰভাৱে বুজাই দিলে।

যাবৰ সময় হ'ল। মহাপুৰুষে তেওঁক ক'লে,— "ভাই, মই মোৰ ঠিকনা দি গ'লোঁ, যদি সাধন বিষয়ক কোনো প্ৰশ্ন মনত উদয় হয়, তেন্তে মোৰ ওচৰলৈ গুচি আহিবা।"

সজ্জন ভদ্ৰলোকে সুধিলে,— "প্ৰভু, আজি কি ভাবি আমাৰ ঘৰলৈ আহিল?"

মহাপুৰুষে ক'লে,— "মোৰ ঘোঁৰাটিয়ে জেদ ধৰিছিল, সেয়ে ইয়াত আহি উপস্থিত হ'লোঁ।"

তেতিয়া সেই সজ্জন ব্যক্তিজনে ক'লে,— "প্ৰভু, আপোনাৰ ঘোঁৰাটিয়ে পুনৰ যেতিয়া জেদ ধৰিব, সেইদিনা আকৌ আহিব।"

এই ঘটনাৰ তাৎপৰ্য এয়ে যে যেতিয়া সাধকৰ মনত প্ৰশ্নৰ উদয় হয়, তেতিয়া সাধু-মহাপুৰুষৰ হৃদয়ত অনুভৱ হয়। পূৰ্ণ আৱাহন ভগৱানৰ কাণলৈও দ্ৰুতভাৱে গুচি যায় আৰু তেতিয়া তেওঁ যিকোনো এজন মহাপুৰুষৰ সৈতে আমাৰ যোগাযোগ কৰি দিয়ে।

## ১১. সৎসঙ্গৰ প্ৰভাৱ

এখন গভীৰ জঙ্গলত এদল ডকাইতৰ ঘাটি আছিল। ডকাইতৰ যিজন বুঢ়া চৰ্দাৰ আছিল, সি সকলোকে কৈছিল, "ভাইসকল, য'তেই সৎসঙ্গৰ কথা হ'ব, তালৈ কোনোদিনে নাযাবা। তালৈ গ'লে তোমালোকৰ কাম পণ্ড হৈ যাব। ক'ৰবালৈ গৈ যদি দেখা যে তাত সৎসঙ্গ হৈছে, তেনেহ'লে কাণ দুখন ভালদৰে গামোচাৰে বান্ধি ল'বা। মনত ৰাখিবা, কোনো কাৰণতেই যাতে সৎসঙ্গৰ কথা কাণত নোসোমায়।"

ডকাইতবোৰে এনেধৰণৰ শিক্ষাই পাইছিল। এদিন সেই দলৰ ডকাইত এজন ক'ৰবালৈ গৈছিল। ৰাস্তাত এঠাইত সি দেখিলে সৎসঙ্গ হৈছে। তাৰ গন্তব্য স্থানলৈ যোৱা সেইটোৱেই একমাত্ৰ ৰাস্তা আছিল। গতিকে ডকাইতজনে তাৰ কাণ দুখন দুয়ো হাতেৰে চেপি ধৰি তাৰাতাৰি ঠাইখিনি পাৰ হৈ যাব খুজিলে। কিন্তু এনেতে হঠাৎ তাৰ ভৰিত এডাল কাঁইট সোমাল। সি তেতিয়া কোনোমতে এখন হাতেৰে কাঁইটডাল উলিয়াই কাণখন চেপি ধৰি আকৌ যাবলৈ ধৰিলে। তাৰ মাজতে সি এটা কথা শুনিবলৈ পালে। কথাটো হ'ল, "দেৱতাসকলৰ ছায়া নাই।"

এবাৰ ডকাইত কেইজনে ৰজাৰ ঘৰত ডকাইতি কৰিছিল। ৰজাৰ গুপ্তচৰসকলে নানা দিশত ডকাইতকেইজনক বিচাৰিবলৈ ধৰিলে। এজন গুপ্তচৰে জঙ্গলৰ মাজত এটা ভঙা মন্দিৰ দেখা পাই ভাবিলে যে ডকাইতবোৰ নিশ্চয় ইয়াৰ আশে-পাশে আছে। ডকাইত সকলেতো মা কালিৰ পূজা কৰে, এইটোৱেই সেই দেৱীৰ মন্দিৰ। এইবুলি গুপ্তচৰটোৱে দেৱীৰ সাজ পিন্ধি দেৱী সাজি মন্দিৰৰ ভিতৰত সোমাই থিয় হৈ থাকিল। দৈৱক্ৰমে সঁচাকৈয়ে সেইদিনা ডকাইতবোৰে মা কালিৰ পূজা কৰিবলৈ মন্দিৰলৈ আহিল। চাকি জ্বলাই নৈবদ্য আদি প্ৰতিমাৰ সমুখত ৰাখিলে। তেনেতে দেৱীয়ে খঙত ক'বলৈ ধৰিলে— "তহঁতে ৰজাঘৰত ডকাইতি কৰি টকা-পইচা, ধন-ৰত্ন সকলো আনি নিজে খাই পেলালি। মোৰ পূজাত একোয়ে নালাগিল। আজি মই তহঁতক শেষ কৰি দিম।"

ডকাইতবোৰে এই কথা শুনি ভয়ত কঁপিবলৈ ধৰিলে। সিহঁতে কঁপি কঁপি ক'বলৈ ধৰিলে, "মা, আমাক ক্ষমা কৰা, আমি ধুমধাম কৰি তোমাৰ পূজা কৰিম।"

তাৰপিছত ডকাইতবোৰে ধুপ-দীপ জ্বলাই আৰতি আৰম্ভ কৰিলে। সিহঁতৰ মাজত সেই ডকাইতটোও আছিল যিয়ে সেইদিনা সৎসঙ্গৰ কথাষাৰ শুনি আহিছিল, "দেৱতাৰ ছায়া নাই। সি হঠাৎ কৈ উঠিল, "এওঁতো দেৱী নহয়। দেৱীৰতো ছায়া নপৰে। কিন্তু এওঁৰ দেখিছো ছায়া পৰিছে।"

এইকথা শুনি ডকাইতবোৰে গুপ্তচৰটোৰ ওপৰত জপিয়াই পৰি তাক ধৰি পেলালে। তাৰ পিছত প্ৰচণ্ড প্ৰহাৰ আৰম্ভ কৰি দিলে। গুপ্তচৰ বেচেৰাই কোনোমতে পলাই তাৰ প্ৰাণ বচালে। ডকাইত কেইজনো বাচি গ'ল।

সৎসঙ্গৰ এটা কথাৰো যে কিমান প্ৰভাৱ।

# ১২. চুক্‌লিৰ ক্ষতি

চুক্‌লি কৰা মানে অ'ৰ কথা ত'ত লগোৱা। এজনৰ কথা, আন এজনৰ আগত কোৱা। এজনৰ লগত আন এজনৰ কাজিয়া লগাই দিয়া— ই মহাপাপ। এয়া ভয়ংকৰ, মৃত্যুতুল্য।

এজন মুছলমান ভদ্ৰলোকৰ ঘৰত এটা ল'ৰা চাকৰ হিচাবে ৰখা হৈছিল। কামত সোমোৱাৰ আগতে সি কৈ ৰাখিছিল,— "মোৰ অলপ লগোৱা-ভঙোৱাৰ অভ্যাস আছে, সেইকথা আগতেই জনাই ৰাখিলো।"

ভদ্ৰলোকে তেতিয়া ভাবিছিল,— "এইটো বাৰু কি কথা, সি লগোৱা-ভঙোৱা কৰক না, কিমান কৰিব?

এদিন দেখা গ'ল, চাকৰটোৱে বহি বহি খুব কান্দিছে। মালিকনীয়ে তাকে দেখি তাক সুধিলে,— "তই কান্দিছ কিয়?"

চাকৰটোৱে ক'লে, "আপোনালোকৰ ঘৰত থাকোঁ, খাওঁ, দৰমহা লওঁ, তাৰপৰাই মোৰ সংসাৰ চলে। আপোনালোকৰ ভালৰ বাবে কিবা এটা কৰিম বুলি ভাবোঁ, কিন্তু একোই কৰিব নোৱাৰোঁ। কথা এটা ক'ম বুলিও কিয় জানো ভাবো, যদি মনত কষ্ট পায়।"

মালিকনীয়ে ক'লে,— "কি কথা? তই নিৰ্ভয়ে ক'।"

চাকৰটোৱে ক'লে,— "মই যি ক'ম, সেয়া মালিকে যাতে নুশুনে। নহ'লে খুব বিপদ হ'ব।"

মালিকনীয়ে ক'লে,—"তোৰ কোনো ভয় নাই, কোনেও নাজানিব, ক'।"

চাকৰটোৱে তেতিয়া ক'লে, "শুনক, মালিকেতো আকৌ বিয়া কৰাব বিচাৰিছে। আপোনাৰ কপালত বোধহয় দুখ আছে।"

"সৰ্বনাশ, তই কৈছ কি? এতিয়া উপায় কি হ'ব?"— মালিকনীয়ে আতঙ্কিত হৈ উঠিল।

চাকৰটোয়ে ক'লে, "উপায় এটা আছে, কাম এটা কৰিব পাৰিব জানো? আপুনি যদি মালিকৰ কেইগছামান দাড়ি কাটি আনি মোক দিয়ে তেনেহ'লে

তাৰপৰা এটা তাবিজ তৈয়াৰ কৰি দিম আৰু সেইটো পিন্ধিলেই সকলো ঠিক হৈ যাব।”

মালিকনীয়ে ক'লে,— “ঠিক আছে, মই আনি দিম বাৰু।”

আনহাতে চাকৰটোয়ে মালিকক গৈ ক'লে, “হুজুৰ, অলপ সাৱধানে থাকিব। মালিকনীয়ে আপোনাৰ ওপৰত খুব খং কৰি আছে। কোনোবা দিনা আপোনাক মাৰিও পেলাব পাৰে। তেওঁ এজনক মনে মনে কৈছিল, মই লুকাই লুকাই সব শুনিছোঁ। অলপ সতৰ্ক থাকিলে ভাল হ'ব। আপোনাৰ ঘৰত আছোঁ, খাইছোঁ, সেয়েহে আপোনাৰ মঙ্গলৰ বাবে কথাষাৰ কৈছোঁ।”

মালিকে সেইদিনাৰপৰা খুব সতৰ্ক হৈ থাকিব ধৰিলে, কোনে জানে মালিকনীয়ে কেতিয়া কি কৰে?

এদিন মালিকে চকু মুদি টোপনিৰ ভাও জুৰি বিছনাত এনেয়ে পৰি আছে আৰু মালিকনীও সেই সময়ত হাতত এখন ছুৰি লৈ দাড়ি কাটি নিও বুলি কোঠাত সোমাইছে। তাকে দেখি মালিকে ভাবিলে,— “এইবাৰ মোৰ ৰক্ষা নাই। এওঁ আজি মোৰ ডিঙি কাটিব।”

মালিকে নিজৰ প্ৰাণ বচাবৰ বাবে পটক্‌কৈ বিছনাত উঠি বহি পৰিল আৰু মালিকনীও থতমত খাই পলাই যাব খুজিলে। শেষত দুয়োজনৰ তুমুল কাজিয়া লাগি গ'ল।

এয়াই হৈছে চুক্‌লিৰ পৰা হোৱা বিপদ। চুক্‌লি যিয়ে শুনে, চুক্‌লি মৰা মানুহক যিয়ে প্ৰশ্ৰয় দিয়ে, তেওঁলোক বেয়া ধৰণে ক্ষতিগ্ৰস্ত হয়, সেয়ে—

**চুক্‌লি কৰাৰ লগত নাথাকিব, বেয়া কৰিব মন।**
**মিঞা-বিবিৰ মাজত সদায় লাগিব মহা ৰণ।।**

# ১৩. দৃঢ় বিশ্বাসৰ ফল

এজন ভক্তই এডাল তেতেলি গছৰ তলত বহি দিনে ৰাতিয়ে ঈশ্বৰৰ ভজন কৰিছিল। এদিন দেৱৰ্ষি নাৰদ সেইফালেদিয়েই গৈছিল। ভক্তজনে নাৰদক দেখি ক'লে,— "দেৱৰ্ষি, আপুনিতো ভগৱানৰ ওচৰলৈ গৈ আছে, দয়া কৰি ভগৱানক এবাৰ সুধিবচোন মই তেওঁক কেতিয়া পাম?"

নাৰদে ক'লে,— "ঠিক আছে ভাই, তোমাৰ কথা মই ভগৱানক নিশ্চয় ক'ম।"

নাৰদে ভগৱানৰ কাষলৈ গৈ সুধিলে,— "প্ৰভু, অমুক ঠাইত তেতেলি গছৰ তলত বহি এজন ভক্তই দিনে-ৰাতিয়ে আপোনাক খুব মাতি আছে। তেওঁ সুধিছে, তেওঁক আপুনি কেতিয়া দেখা দিব?"

ভগৱানে ক'লে,— "সেই তেতেলি গছৰ যিমান পাত আছে, তাৰ সিমান জন্মৰ পিছত তাক দেখা দিম।"

তাৰপিছত যেতিয়া নাৰদে আকৌ ভক্তজনৰ সৈতে দেখা-দেখি হ'ল, তেওঁক একো ক'ব নোৱাৰিলে। ভক্তজনে সুধিলে, "কওক দেৱৰ্ষি, ভগৱানে কি ক'লে? আপুনি মনে মনে আছে কিয়, কওক।"

ভক্তজনে যেতিয়া জোৰ কৰিবলৈ ধৰিলে, তেতিয়া নাৰদে ক'লে, "ভগৱানে কৈছে যে এই গছডালৰ যিমান পাত আছে, সিমান জন্মৰ পিছত তুমি ভগৱানৰ দৰ্শন পাবা।"

ভক্তই আনন্দত আত্মহাৰা হৈ ক'লে,— "ভগৱানে নিজ মুখে এই কথা কৈছে?"

নাৰদে ক'লে, 'হয়, তেওঁ নিজ মুখে এই কথা কৈছে'। তাকে শুনি ভক্তই " মই ভগৱানক পাম, মই ভগৱানক পাম।"— এই বুলি আনন্দত নাচিবলৈ ধৰিলে। এনে সময়তে ভগৱানে অকস্মাৎ শঙ্খ, চক্ৰ, গদা, পদ্ম হাতত লৈ সেই ভক্তৰ সমুখত উপস্থিত হ'ল। নাৰদে অবাক হৈ ক'লে, "প্ৰভু, আপুনি যদি সাক্ষাৎ দেখা দিবলৈয়ে আছিল, তেনেহ'লে এই ভক্তৰ ওচৰত মোক অপমানিত কৰিলে কিয়? যদি এতিয়াই দেখা দিয়াৰ ইচ্ছা

আছিল তেনেহ'লে মোক কিয় সেইদৰে তেতেলিৰ পাতৰ কথা ক'বলৈ কৈছিল ?"

ভগৱানে ক'লে,— "নাৰদ, যেতিয়া তুমি এওঁৰ বিষয়ে সুধিছিলা, তেতিয়া তেওঁ যিদৰে সাধনা কৰিছিল, সেইদৰে সাধনা কৰিলে আৰু বহু জন্মই লাগিলহেঁতেন। কিন্তু এতিয়া তেওঁৰ ভাৱ সলনি হৈ গৈছে। তেওঁ এতিয়া "মোক ভগৱানে দৰ্শন দিব"— এই বিশ্বাসত মস্ত হৈ গৈছে। তেওঁৰ ভক্তি আৰু বিশ্বাস ইমানেই দৃঢ় হৈ গৈছে যে মই এতিয়াই আহিবলগীয়া হ'ল। কাৰণ উদ্দেশ্য সিদ্ধিত অটল বিশ্বাস, অনন্যভাৱ, দৃঢ়তা আৰু উৎসাহ প্ৰৱল হ'লে ভজন সিমানেই তীব্ৰ হয়।

আকৌ এবাৰ এক সাধুবাবাই এজন খেতিয়কৰ ঘৰত ভিক্ষা কৰিবলৈ গৈছিল। খেতিয়কজনে তেওঁক খুব আদৰ-যত্ন কৰি সেৱা-সৎকাৰ কৰিলে। সাধুবাবাই তেওঁক ক'লে,— "সদায় কিছুসময় নাম-জপ কৰিবা।"

খেতিয়কে ক'লে,— "বাবা, মোৰ একেবাৰে সময় নাই।"

সাধুবাবাই ক'লে,— তেনেহ'লে, নিতৌ এবাৰকৈ অন্ততঃ ভগৱানৰ মূৰ্তি দৰ্শন কৰি আহিবা।"

খেতিয়কে ক'লে,— "বাবা, মইতো খেতিৰ কাম কৰোঁ, খেতি পথাৰত থাকোঁ, গোটেই দিন পথাৰতেই পৰি থাকিব লাগে। তেনেক্ষেত্ৰত ভগৱানৰ মূৰ্তি দৰ্শন কৰিবলৈ হ'লে গাঁৱৰ ভিতৰত থকা মন্দিৰলৈ যাব লাগিব, সেয়া কেনেকৈ কৰিম ?"

সাধুবাবাই তেওঁক আকৌ কিবা নহয় কিবা নিয়ম গ্ৰহণ কৰিব ক'লে। তাতেও তেওঁ সেই একেই কথা, "মোৰ দ্বাৰা সেই কাম নহ'ব। মই খেতি পথাৰত কামকৰি মনে মালা জপ কৰিম ? মোৰ ইমান সময় ক'ত ? ল'ৰা-ছোৱালীৰ লালন পালন কৰিব লাগে, আপোনাৰ দৰে জানো মোৰ বহি বহি সাধন-ভজন কৰাৰ সময় আছে?"

সাধুবাবাই ক'লে,— "ঠিক আছে, তেতিয়াহ'লে কোৱা, তুমি কি কৰিব পাৰিবা ?"

খেতিয়কে ক'লে,— "বাবা, মোৰ প্ৰতিবাসী এজন কুমাৰ আছে, তেওঁৰ

ঘৰ মোৰ ঘৰৰ কাষতেই। মোৰ লগত তাৰ ভাল ভাবো আছে, আৰু খেতিৰ মাটিও ওচৰা-ওচৰি। সেয়ে নিয়ম কৰি নিতৌ এবাৰ তাক চাই লম।”

সাধুবাবাই ক'লে,— “ঠিক আছে, তাকেই কৰা। তাক এবাৰ নোচোৱাকৈ কিন্তু একো নাখাবা।” খেতিয়কে সেয়া মানি ল'লে।

সেইদিনাৰপৰা তেওঁৰ ঘৈণীয়েকে খোৱাৰ যোগাৰ কৰি যেতিয়া তেওঁক খাবলৈ মাতে, তেতিয়া তেওঁ কুমাৰক এবাৰ চাই আহে, তাৰ পিছতহে খাবলৈ বহে। এইদৰে নিতৌ কামটো কৰোঁতে কৰোঁতে তাৰ সেয়া অভ্যাসত পৰিণত হৈ গ'ল। এদিন খেতিয়কজনে তেওঁৰ খেতি পথাৰলৈ খুব তাৰাতাৰি যাবলগীয়া হ'ল। ইতিমধ্যে খোৱাও তৈয়াৰ হৈ গৈছিল। কিন্তু সেইদিনা তেওঁ কুমাৰক ক'তো দেখা পোৱা নাছিল। সোধা-পোচা কৰি জানিব পাৰিলে যে কুমাৰে মাটি আনিবলৈ পথাৰলৈ গৈছে। খেতিয়কজনে ক'লে, “আজি মৰিলোঁ, এবাৰ চাই ল'লেই হৈ গ'লহেঁতেন।”

খেতিয়কজনে কুমাৰক চাবৰ কাৰণে পথাৰলৈ দৌৰ মাৰিলে। সেইফালে কুমাৰে মাটি খান্দোতে খান্দোতে এটা মোহৰৰ কলহ পাইছে। সি ভাবিছে যদি কোনোবাই দেখা পায়, তেনেহ'লেতো মচকিল হৈ যাব। কোনোবাই দেখা পাইছে নেকি তাকে চাবলৈ সি থিয় হৈছেহে মাথোন, এনেতে দেখে খেতিয়কজন তাৰ সমুখত থিয় হৈ আছে। আনহাতে খেতিয়কজনেও কুমাৰক দেখা মাত্ৰেই পিছলৈ মুখ কৰি ঘূৰি দৌৰিবলৈ আৰম্ভ কৰি দিলে। তাকে দেখি কুমাৰে ভাবিলে সৰ্বনাশ। খেতিয়কজনে সকলো দেখা পাই গ'ল। সেয়েহে কুমাৰে খেতিয়কজনক চিঞৰি চিঞৰি ক'লে, “আৰে ভাই, ৰ'বাচোন, ৰ'বা, তুমি আধা নিবা আৰু মই আধা ল'ম, কথাটি কাকো নক'বা।”

খেতিয়কজনে তাকে শুনি ভাবিলে কি কথা? ঘূৰি গৈ সুধি চোৱা যাওক।” এইবুলি ঘূৰি আহি দেখে মোহৰেই মোহৰ। তাৰে আধা খেতিয়কজনে পাই গ'ল। মোহৰ পাই তেওঁ ভাবিলে যে, নিজৰ পছন্দমতে নিয়ম পালন কৰিব বুলি সাধুবাবাক কথা দিছিলোঁ বাবেই ইমান ধন পালোঁ।

নাজানো, তেওঁৰ কথামতে সদায় চলিলে কিমান যে ডাঙৰ লাভ হ'ব। এইদৰে ভবা চিন্তা কৰি তেওঁ আৰু তেওঁৰ বন্ধু কুমাৰ, দুজনে লগ হৈ সাধুবাবাৰ কথামতে ঈশ্বৰৰ সাধনা-ভজনত মন দিলে আৰু দুয়োজনে ভগৱানৰ পৰম ভক্ত হৈ উঠিল।

ইয়াৰ তাৎপৰ্য এয়ে যে, আমি দৃঢ়তাৰ সৈতে, যি হয় হওক, এটা কিবা উদ্দেশ্য, এটা কিবা লক্ষ্য যদি স্থিৰ কৰি ল'ব পাৰোঁ, তেনেহ'লে আমাৰ আৰু কোনো চিন্তা নাই। আমাৰ লক্ষ্য হওক, ভগৱানৰ পথেৰে চলা। ভগৱানক নিয়ম অনুসৰি ভজন কৰিব লাগিব। এই বিষয়ে এটা গুৰুত্বপূৰ্ণ কথা হ'ল, নতুনকৈ উদ্দেশ্য স্থিৰ কৰিব নালাগে, উদ্দেশ্যক মাথোন চিনি ল'ব লাগে। মনুষ্য জনম মাথোন ঈশ্বৰ লাভৰ বাবেই পাইছোঁ। এই উদ্দেশ্যক সন্দেহাতীতভাৱে চিনি ল'ব লাগিব, দৃঢ়তাৰ সৈতে মানি ল'ব লাগিব। তেনে কৰিলেই সাধন-ভজন আপোনা-আপুনি হ'ব।

## ১৪. ৰামচন্দ্ৰৰ কামত সদায় আগ্ৰহী

এবাৰ ভৰত, লক্ষ্মণ, শত্ৰুঘ্ন— তিনিও ভায়েক আৰু সীতাই একেলগে বহি আলোচনা কৰিছিল যে "হনুমানে প্ৰভু ৰামচন্দ্ৰৰ সেৱাৰ সকলো কাম অকলেই কৰে। যাৰবাবে আমি তেওঁৰ সেৱা কৰাৰ সুযোগেই নাপাওঁ। এতিয়াৰ পৰা ৰামচন্দ্ৰৰ সেৱাৰ সকলো কাম আমি কৰিম, হনুমানক কোনো কাম কৰিব দিয়া নহ'ব।" এইদৰে আলোচনা কৰি তেওঁলোকে ৰামচন্দ্ৰৰ সেৱাৰ সকলো কাম নিজৰ মাজত ভাগ কৰি ল'লে। যেতিয়া হনুমানে ৰামচন্দ্ৰৰ সেৱা কৰাৰ বাবে আগুৱাই আহিল, তেওঁক বাধা দি কোৱা হ'ল, "আজিৰপৰা প্ৰভুৰ সেৱাৰ কাম ভাগ হৈ গৈছে, আপোনাৰ বাবে একো বাকী ৰখা নাই।"

হনুমানে মনে মনে চিন্তা কৰি চালে যে প্ৰভুৰ 'হামি' উঠাৰ সময়ত চুট্‌কি বজোৱাৰ কামটো কোনেও লোৱা নাই। সেই কামটোৰ কথা কাৰো

মনলৈ অহা নাই। প্ৰভুৰ সেৱাৰ বাবে হনুমানৰ সদায় আগ্ৰহ আছে, আৰু যদি আগ্ৰহ থাকে, তেনেহ'লে কিবা নহয় কিবা কাম পাবই। এতিয়া হনুমানে গোটেই দিন ৰামচন্দ্ৰৰ সমুখত বহি তেওঁৰ মুখৰ ফালে চাই থাকে; ৰামচন্দ্ৰৰ কেতিয়া হামি আহিব আৰু তেওঁ চুট্‌কি বজাব। যেতিয়া ৰাতি হ'ল, তেতিয়াও হনুমানে সেইদৰেই প্ৰভুৰ সমুখত বহি থাকিল। ভৰত, শত্ৰুঘ্নই ক'লে, "হনুমান, ৰাতি ইয়াত থকাৰ প্ৰয়োজন নাই, আপুনি গুচি যাওক।"

হনুমানে ক'লে, "কিদৰে যাওঁ? ৰাতি যদি প্ৰভুৰ হামি আহে?"

যেতিয়া আটায়ে তেওঁক যোৱাৰ কাৰণে জোৰ দিবলৈ ধৰিলে, তেতিয়া হনুমানে বাধ্য হৈ তাৰ পৰা উঠি গৈ একেবাৰে চাদৰ ওপৰত বহি পৰিলগৈ। তাত বহি একেৰাহে চুট্‌কি বজাবলৈ ধৰিলে। কোনে জানে, কেতিয়া ৰামচন্দ্ৰৰ হামি আহে।

এইফালে ৰামচন্দ্ৰৰ হামি আহিল, কিন্তু তেওঁৰ মুখখন মেল খায়েই থাকিল। 'হা' মুখ আৰু বন্ধ নহয়হে নহয়, সেয়া এক সাংঘাতিক কাণ্ড। তেওঁৰ এই অৱস্থা দেখি সীতাই খুব ব্যাকুল হৈ পৰিল। ভৰত, লক্ষ্মণ, শত্ৰুঘ্ন আটায়ে আহি হাজিৰ হ'ল। বৈদ্যক খবৰ দিয়া হ'ল। বৈদ্যইও একো কৰিব নোৱাৰিলে। ৰাজগুৰু বশিষ্ঠ আহিল। তেওঁ অতি আশ্চৰ্য হৈ দেখে যে সকলো আহিছে, হনুমানৰহে দেখা দেখি নাই। এই পৰিস্থিতিত হনুমান গ'ল ক'লৈ? অনেক বিচাৰ খোচাৰ কৰাৰ পিছত চাদৰ ওপৰত চুক এটাত চুট্‌কি বজাই থকা অৱস্থাত হনুমানক পোৱা গ'ল। তেওঁক তাৰপৰা মাতি অনা হ'ল। হনুমানে প্ৰভু ৰামচন্দ্ৰৰ কাষলৈ আহি যেতিয়াই চুট্‌কি বজোৱা বন্ধ কৰিলে তেতিয়াই ৰামচন্দ্ৰৰ মুখো স্বাভাৱিক হৈ গ'ল। তেতিয়া সকলোৱে বুজিব পাৰিলে যে এয়া মাথোন ভক্ত আৰু ভগৱানৰ লীলা। ভগৱানে এই লীলা এইবাবেই কৰিলে যে ক্ষুধাৰ্তক যেনেদৰে অন্ন দিবই লাগে, তেনেদৰে তেওঁৰ সেৱাৰ অধিকাৰ আৰ্ত হনুমানক দিবই লাগিব, সেয়া বন্ধ কৰিলে নহ'ব।

তাৰপিছত ভৰত আদি তিনিও ভায়েকে হনুমানক প্ৰভু ৰামচন্দ্ৰৰ সেৱাৰ ভাৰ দিবলৈ অমান্তি নহ'ল।

# ১৫. তিনি দিনৰ ৰজা

এজন ৰাজপুত্ৰই লেখা-পঢ়া কৰিবলৈ যিখন বিদ্যালয়লৈ যায় সেইখন বিদ্যালয়ত প্ৰজাসকলৰ ল'ৰাবোৰেও পঢ়িবলৈ আহিছিল। ৰাজপুত্ৰৰ লগত সিহঁতৰ পাঁচ-ছয়জনমানৰ খুব বন্ধুত্বও গঢ়ি উঠিছিল। এদিন বন্ধুবোৰে ৰাজপুত্ৰক ক'লে, "বন্ধু, তুমিতো ভাই ৰজাৰ পুত্ৰ, ৰাজ সিংহাসনৰ মালিক। আজি তুমি আমাক ইমান ভালপোৱা, মৰম কৰা, কিন্তু যেতিয়া ৰাজসিংহাসনত বহিবা, ৰজা হ'বা, তেতিয়াও যদি এই ভালপোৱা বজায় থাকে তেন্তে বুজিম এই বন্ধুত্ব সঁচা।"

ৰাজপুত্ৰই ক'লে,— "ঠিক আছে, দেখা যাব।"

সময় পাৰ হৈ গৈছে। স্কুলীয়া জীৱন শেষ হ'ল, সকলোৱে ডাঙৰ হ'ল। অনেকে বিয়া-বাৰু কৰি সংসাৰীও হ'ল। ৰাজপুত্ৰইও বিয়া পাতিলে। ইয়াৰ মাজতে ৰাজপুত্ৰৰ পিতৃ বৃদ্ধ ৰজাৰ মৃত্যু হ'ল। ৰাজপুত্ৰই সিংহাসনত বহি ৰজা হ'ল। কিছুদিন পিছত ৰাজপুত্ৰৰ পুৰণি দিনৰ বন্ধুসকলৰ কথা মনত পৰিল। বন্ধুসকলৰ লগত কি কি কথা পাতিছিল, কোন কোন আছিল, সকলো তেওঁৰ মনত পৰি গ'ল।

ৰাজপুত্ৰই তেওঁৰ বন্ধুসকলৰ মাজৰ এজনক মাতি পঠিয়ালে। বন্ধুজন অহাত ৰাজপুত্ৰই তেওঁক ক'লে,— "তোমাৰ মনত আছেনে, এদিন যে কৈছিলা, ৰজা হ'লে তোমালোকক মনত ৰাখিম নে নাৰাখোঁ। এতিয়া তোমাক মই তিনি দিনৰ বাবে ৰজা পাতি দিছোঁ। তুমি সিংহাসনত বহা আৰু ৰাজ্য চলোৱা।"

বন্ধুৱে ক'লে,— "সেয়া কেনে কথা? তুমি হ'লা ৰাজ্যৰ উত্তৰাধিকাৰী। আমি তোমাৰ আশ্ৰিত প্ৰজা আৰু তাৰ বাহিৰেও সেইবোৰতো আছিল বাল্যকালৰ কথা।"

কিন্তু ৰাজপুত্ৰই কোনো কথাই মানিব নোখোজে, তেওঁ খুব জোৰ-জবৰদস্তি কৰিবলৈ ধৰিলে। শেষত উপায় নাপাই বন্ধুজনে ৰজা হ'বলৈ বাধ্য হ'ল।

বন্ধুই তিনিদিনৰ বাবে সিংহাসনত বহিল। প্ৰথম দিন তেওঁ খোৱা-বোৱা, আৰাম কৰি পূৰা দিন কটালে। দ্বিতীয় দিনা ইফালে-সিফালে যোৱা, ৰাজমহলৰ অলি-গলি সকলো ঠাই ঘূৰি মেলি কটালে। দিনটো কোনোমতে কটাই যেতিয়া ৰাতি হ'ল তেতিয়া ক'লে,— "মই ৰাজমহললৈ যাম।"

মন্ত্ৰী আদিকে কৰি সকলো লোক মহা মচকিলত পৰি গ'ল,— "এওঁ কয় কি? ৰাজমহললৈ যাব? ৰাণী খুব পতিব্ৰতা নাৰী। মানুহজনে তিনিদিনৰ ৰজা হৈ অধঃপতনে গ'ল।

আটাইকে তেনেকৈ থকা দেখি বন্ধুজনে ক'লে,— "এতিয়া সকলো মোৰ। মই যেতিয়া ৰজা তেতিয়া ৰাণীও মোৰ।"

এইফালে ৰাণীও ভয় খাই ৰাজগুৰুক মাতি পঠিয়ালে। তেওঁ অহাত ৰাণীয়ে সুধিলে,— "প্ৰভু, এতিয়া মই কি কৰোঁ?"

ৰাজগুৰুৱে ক'লে, "মা, মই সকলো ব্যৱস্থা কৰি দিছোঁ, তুমি চিন্তা নকৰিবা।"— এইবুলি গুৰুদেৱে তিনিদিনৰ ৰজাৰ কাষলৈ আহি ক'লে, "আপুনি অন্দৰমহললৈ যাব? তেনেহ'লে ৰজাসকলে যি ধৰণে সাজি-কাচি অন্দৰমহললৈ যায়, আপুনিও তেনেকুৱা সাজ-পোছাক পিন্ধিব লাগিব।" এইবুলি পিছদিনা তেওঁ লিগিৰাসকলক মাতি আনি ক'লে,— "ৰজাক অন্দৰমহললৈ যাবৰ কাৰণে নায়কৰ বেশত সজাই দিয়া।"

ৰাজগুৰুৱে নাপিতক মাতি আনি ক'লে,— "ৰজাৰ চুলি-দাড়ি সকলো ভালদৰে ঠিক-ঠাক কৰি দিয়া।"

নাপিতে চুলি কাটিব বহিল। সি চুলি কাটিছেহে কাটিছে, শেষ আৰু নহয়হে নহয়। এইদৰেই কেবাঘণ্টাও কটাই দিলে। ৰজাই ক'লে,— এয়া কি, ইমান দেৰি কৰিছা কিয়?"

নাপিতে ক'লে,— "হুজুৰ, এয়া কি অন্য লোকৰ দাড়ি-চুলি? ৰজাৰ দাড়ি-চুলি কটা জানো সহজ কাম? অলপতো দেৰি হবই।"

চুলি-দাড়ি কটাৰ পিছত আহিল পোছাকৱালা, সি ৰজাক ইফালে ঘূৰাই সিফালে ঘূৰাই নানানভাৱে সজাবলৈ ধৰিলে। উঃ সেয়াও কম কথা নহয়।

বেলা ভাটি দিলে। এইবাৰ যি আহিল সিহঁতে আতৰ, সুগন্ধি তেল ইত্যাদি সানি দিব। সিহঁতে আহি যেতিয়া ৰজাক আতৰ, সুগন্ধি ইত্যাদিত ডুবু ডুবু কৰি দিলে তৎক্ষণে ৰাতি শেষ। ৰজাৰ চকু পৰিল বাহিৰৰ আকাশৰ ফালে। হাঁয়ৰে, আজি ৰাতিপুৱাই তিনিদিন শেষ হৈ গ'ল। বাধ্য হৈ ৰাজপুত্ৰক ৰাজ্য ঘূৰাই দি মূৰ তল কৰি তেওঁ বিদায় ল'লে।

ৰাজপুত্ৰই এইবাৰ দ্বিতীয় বন্ধুক মাতি আনি তেওঁক তিনি দিনৰ বাবে ৰাজ্য দি ক'লে,— "ভাই, মই, মোৰ স্ত্ৰী আৰু আমাৰ ঘৰ, এই সকলোৱেই তোমাৰ। আজিৰপৰা ময়ো তোমাৰ প্ৰজা। সমগ্ৰ ৰাজ্য তোমাৰ।"

এই বন্ধুও তিনি দিনৰ বাবে ৰজা হ'ল। ৰজা হোৱাৰ পিছত বন্ধুৱে সুধিলে,— "মোৰ কি কি অধিকাৰ?"

মন্ত্ৰীয়ে ক'লে,— "মহাৰাজ, সমস্ত সৈন্যবাহিনী আপোনাৰ, কোষাগাৰ আপোনাৰ আৰু এই সমগ্ৰ ৰাজ্য আপোনাৰ অধিকাৰত।"

তেতিয়া সেই ৰজাই কোনো এজন উপযুক্ত লোকক নিৰ্দেশ দিলে, "মোৰ ৰাজ্যত ক'ত ক'ত কি কি বস্তুৰ অভাৱ আছে চাই আহা। প্ৰজাসকলৰ কাৰ কি প্ৰয়োজন, কোনে খাব পাইছে, কোনে খাব পোৱা নাই, কাৰ ঘৰ-বাৰী নাই ইত্যাদি সকলো নিখুঁতভাৱে চাই আহা।"

খা-খবৰ ল'বলৈ ৰাজ্যৰ চাৰিওফালে লোক গুচি গ'ল। তাৰপিছত তেওঁলোকে ঘূৰি আহি ক'লে, "মহাৰাজ, দূৰৰ গাঁওবোৰত পানীৰ অভাৱ। কোনো কোনো গাঁৱত পানীৰতো অভাৱ আছেই, তাত ডাঙৰ পুখুৰীও নাই। অমুক গাঁৱত ডাক্তৰখানা নাই, অমুক ঠাইত পাঠশালা, অমুক অমুক ঠাইত হাইস্কুল, ধৰ্মশালা ইত্যাদি একো নাই। এইবোৰ ব্যৱস্থা ৰাজ্যখনৰ কোনো ঠাইতে ভাল নহয়। ৰাস্তা-ঘাট তৈয়াৰ কৰা অত্যন্ত প্ৰয়োজন হৈ পৰিছে।"

ৰজাই সকলো বৃত্তান্ত শুনি মন্ত্ৰীক হুকুম দিলে,— "আমাৰ ৰাজ্যত জৰুৰী ভিত্তিত য'ত যি দৰ্কাৰ, সকলো কৰি পেলাওক।"

ৰজাই কোষাধ্যক্ষক হুকুম দিলে,— "ঘৰ-বাৰী, হাস্পতাল, ধৰ্মশালা,

বিদ্যালয়, কুঁৱা, ৰাস্তাঘাট আদি কৰিবলৈ যিমান খৰচ হয় আপুনি দি দিয়ক।”

ৰজাৰ হুকুম পোৱাৰ লগে লগেই চাৰিওফালে কৰ্মযজ্ঞ আৰম্ভ হৈ গ'ল। ইয়াৰ পৰা, তাৰ পৰা খবৰ আহিবলৈ ধৰিলে, ইয়াত এইটো হৈছে, তাত সেইটো হৈছে ইত্যাদি ইত্যাদি। তিনিদিন পূৰা নহওঁতেই অনেক কাম শেষ হৈ গ'ল। ৰজাই বাকী কামো অতি সোনকালে শেষ কৰিবলৈ আদেশ দি বন্ধু ৰজাক ৰাজ্য ঘূৰাই দি ক'লে,— “বিদায় বন্ধু, এইবাৰ তোমাৰ পাল।”

ৰজাই বন্ধুৰ কামত বৰ সন্তুষ্ট হ'ল। আনন্দিত হৈ বন্ধুক ক'লে, “বন্ধু, মই তোমাকতো যাবলৈ নিদিওঁ। তোমাক মোৰ মন্ত্ৰী কৰি ৰাখিম। মই ৰাজ্য পাইছোঁ, কিন্তু প্ৰজাসকলৰ বাবে, ৰাজ্যৰ বাবে, ইমান চিন্তাতো কৰা নাই। এই তিনিদিনত তুমি যি কৰিলা তাৰপৰা মোৰ চকু মুকলি হৈ গৈছে।”

তাৰপিছৰ পৰা ৰজা নামমাত্ৰ থাকিল, মন্ত্ৰীয়েই তেওঁৰ একান্ত বিশ্বাসী হৈ সকলো কাম কৰিবলৈ ধৰিলে।

এইদৰে আমি ভগৱানৰ পৰা বাল্যাৱস্থা, যুৱাৱস্থা আৰু বৃদ্ধাৱস্থা— এই তিনি দিনৰ ৰাজ্য পাইছোঁ। এতিয়া যি ব্যক্তিয়ে ভোগ-বিলাসৰ লালসাত জীৱন কটাই দিছে, তেওঁতো চুলি-দাড়ি খুৰাই যেন তকলা মূৰীয়া হৈছে আৰু যি ব্যক্তিয়ে জনসেৱা ইত্যাদি ধৰ্মপালন কৰিছে তেওঁৰ বাবে ভগৱানৰ বাণী “মই ভক্তৰ দাস, ভক্ত মোৰ মুকুটমণি।” গতিকে ভাই, আমাৰ লগত যি ধন-সম্পত্তি, বিষয়-বৈভৱ আছে, তাতে সকলোৰে সেৱা কৰা। মানুহৰ কষ্ট দূৰ কৰা। এই ৰাজত্ব তিনি দিনৰ বাবে পাইছোঁ। এতিয়া নিজকে ঠিক কৰিব লাগিব যে বিষয় ভোগৰ মাজত বৃথা দিন কটাবা নে ভগৱানৰ বিশ্বাস ভাজন হৈ উঠিবা। লক্ষ্মী আমাৰ মা, ভগৱান আমাৰ পিতা। দিন চলোৱাৰ বাবে মাৰ পৰা খুজি লোৱা। কিন্তু যদি মাক ভোগ্যা বনাব বিচৰা, স্ত্ৰী কৰিব বিচৰা— সেয়া পাপ। তেওঁ আমাৰ পূজনীয়া মা। সেৱাৰ ভাব থাকিলে মা খুচি হ'ব, পিতাও খুচি হ'ব। তেনেহ'লে আমাৰ আৰু জগতলৈ ঘূৰি আহিব নালাগিব। চিৰকালৰ বাবে আমি তেওঁৰ শ্ৰীচৰণত আশ্ৰয় পাম।

# ১৬. বিচিত্ৰ বহুৰূপী

এজন সাধুৱে পথাৰৰ মাজেৰে কোনো এখন গাঁৱলৈ যাওঁতে পথাৰৰ দাঁতিত পেচাব কৰিবলৈ বহিল। তেওঁৰ পিছত আছিল খেতিৰ মালিক। তেওঁ ভাবিলে যে প্ৰতিদিনে তেওঁৰ খেতিপথাৰৰ পৰা কিবা নহয় কিবা চুৰি হৈ আছে, এইজনেই কিজানি সেইজন চোৰ। এইবুলি তেওঁ দৌৰি আহি পিছফালৰ পৰা সাধুবাবাৰ মূৰতে এটা গোৰ মাৰি দিলে আৰু ক'লে, "মোৰ খেতি পথাৰৰ পৰা চুৰি কৰিছ?"

সাধুবাবাৰ মূৰ ফাটি তেজ ববলৈ ধৰিলে। সেয়ে সাধুবাবাই ক'লে,— "ভাই মই পেচাব কৰি আছিলোঁ।"

খেতিয়কজনে তেতিয়া নিজৰ ভুল বুজিব পাৰি ক'লে,— "বাবা, মই বুজিব পৰা নাছিলোঁ। মোৰ ডাঙৰ ভুল হৈ গ'ল। মই আপোনাক চোৰ বুলি ভাবিছিলোঁ।"

সাধুবাবাই ক'লে,— "তোমাৰ কোনো দোষ নাই। তুমিতো চোৰ বুলি ভাবি চোৰক মাৰিছা, মোক কিয় মাৰিবা?"

খেতিয়কে ক'লে,— "নহয় বাবা, মই আপোনাক চোৰ বুলি ভাবি মাৰিছো। এতিয়া মই কি কৰোঁ?"

সাধুবাবাই ক'লে,— "যি কৰিলে খুচি হোৱা তাকে কৰা।"

সাধুবাবাৰ মূৰৰ পৰা তেজ বাগৰি আছিল, যন্ত্ৰণাও হৈছিল। খেতিয়কে তেওঁক তেওঁৰ গৰু গাড়ীত উঠাই নি হাস্পতালত ভৰ্তি কৰাই দিলে। ডাক্তৰে সাধুবাবাক ঔষধ দি, বেণ্ডেজ বান্ধি বিছনাত শুৱাই দিলে। কিছুসময় পিছত এজন লোকে এগিলাছ গাখীৰ আনি ক'লে,— "বাবা, এই গাখীৰখিনি খাই লওক, আপোনাৰ কাৰণেই এইখিনি আনিছোঁ।"

সাধুবাবাই হাঁহি হাঁহি ক'লে,— "বাঃ বাঃ, তুমি কি বিচিত্ৰ বহুৰূপী। প্ৰথমে লাঠি মাৰিলা, এতিয়া গাখীৰ খুৱাইছা।"

মানুহজনে ক'লে,— "কি কৈছে বাবা? মই কেতিয়া লাঠি মাৰিলোঁ?

মাৰিছে অন্যইহে?"

বাবাজীয়ে ক'লে,— "তোমাক মই চিনি পাইছোঁ, লাঠি তুমিয়েই মাৰিছিলা, এতিয়া আকৌ তুমিয়েই গাখীৰ খুৱাবলৈ আহিছা। তোমাৰ বাহিৰেনো দ্বিতীয় কোন আহিব? ক'ৰ পৰা আহিব? আৰু কেনেকৈনো আহিব? এয়া মাথোন তোমাৰ লীলা।"

সাধুবাবাই যি ভাবিছিল সেয়া হৈছে— "**ৱাসুদেৱঃ সৰ্ৱম্**।" কিন্তু যিয়ে গাখীৰ আনিছিল তেওঁ ভাবিলে বাবাজীয়ে হয়তো তেওঁক ফঁচাই দিব। তেওঁ খুব ভয় খাই গ'ল।

ইয়াৰ সাৰমৰ্ম এয়ে যে সকলো ৰূপতেই ভগৱান বৰ্তমান। গোস্বামী তুলসীদাসে কৈছে,— "এই জগত কেৱল ৰামময়, সেয়ে মই তেওঁক দুই হাত যোৰ কৰি শতকোটি প্ৰণাম জনাওঁ।"

"**সীয় ৰামময় সব জগ জানী। কৰউঁ প্ৰনাম জোৰি জুগ পানী।**"

(শ্ৰীৰামচৰিতমানস, বালকাণ্ড ৮/১)

## ১৭. নৰজন্ম

এজন চোৰে ৰাজপ্ৰাসাদত চুৰি কৰি পলাইছে। ৰজাৰ চিপাহীসকলে চোৰ বিচাৰি ওলাইছে। চোৰ বিচাৰোতে বিচাৰোতে সিহঁতে চোৰৰ ভৰিৰ চিন দেখিবলৈ পালে আৰু সেই চিন অনুকৰণ কৰি সিহঁতে চোৰৰ পিছ ল'লে। যাওঁতে যাওঁতে চিপাহীসকলে নগৰৰ বাহিৰলৈ আহি এখন গাঁও দেখিবলৈ পালে। সিহঁতে দেখিলে চোৰৰ ভৰিৰ চিহ্ন গাঁৱৰ ফালে গৈছে। চিপাহীসকলে চিন্তা কৰিলে, চোৰ নিশ্চয় গাঁৱৰ ভিতৰতেই আছে। কিয়নো গাঁৱৰ পৰা বাহিৰ হোৱাৰ উল্টা ভৰিৰ চিন সিহঁতে দেখা নাপালে, সিহঁতে গাঁৱৰ চাৰিওফালে ভালদৰে বিচাৰি গাঁৱৰ ভিতৰত সোমাই দেখা পালে যে এঠাইত সৎসঙ্গ হৈছে। সিহঁতে ভাবিলে চোৰ নিশ্চয় ইয়াতেই বহি আছে। চিপাহীসকলে তেতিয়া সৎসঙ্গৰ লোকসকলক ঘেৰি থিয় হৈ চোৰৰ

বাবে অপেক্ষা কৰিবলৈ ধৰিলে। এজন সাধুবাবাই সৎসঙ্গৰ কথা শুনাইছিল। সকলোৱে শুনিছে। চোৰেও ইয়াতেই বহিছে। এটা সময়ত সাধুবাবাই কথাৰ মাজতে ক'লে, "যি লোকে সৎ হৃদয়েৰে ভগৱানৰ শৰণ লয়, ভগৱানে তাৰ সকলো পাপ ক্ষমা কৰি দিয়ে। কিয়নো ভগৱানে কৈছে—

**সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।**
**অহং ত্বা সৰ্বপাপেভ্যো মোক্ষয়িস্যামি মা শুচঃ।।**

(গীতা ১৮/৬৬)

"সকলো ধৰ্মৰ আশ্ৰয় ত্যাগ কৰি তুমি কেৱল মোৰ শৰণাপন্ন হোৱা। মই তোমাক সকলো পাপৰ পৰা মুক্ত কৰিম, তুমি চিন্তা নকৰিবা।"

**সকৃদেৱ প্ৰপন্নায় তৱাস্মীতি চ য়াচতে।**
**অভয়ং সৰ্বভূতেভ্যো দদাম্যেতদ্ ব্ৰতং মম।।**

(বাল্মিকী ৰামায়ণ ৬/১৮/৩৩)

"যিয়ে এবাৰ মোৰ শৰণাগত হৈ "মই তোমাৰ" বুলি পৰিত্ৰাণ বিচাৰে, তেওঁক সৰ্বতোভাৱে অভয় দান কৰোঁ, এয়াই মোৰ ব্ৰত।

ইয়াৰ ব্যাখ্যা কৰিবলৈ গৈ সাধুবাবাই ক'লে, "যিয়ে নিজকে ভগৱানৰ ওচৰত সমৰ্পণ কৰিছে, বুজিবা তেওঁৰ নৱজন্ম লাভ হৈছে। তেতিয়া তেওঁ আৰু পাপী নহয়, তেওঁ সাধু।"

**অপি চেৎসুদুৰাচাৰো ভজতে মামনন্যভাক্।**
**সাধুৰেৱ স মন্তব্যঃ সম্যগ্ব্যৱসিতো হি সঃ।।**

(গীতা ৯/৩০)

"অতিশয় দুৰাচাৰী ব্যক্তি যদি অনন্য চিত্তে মোৰ ভজনা কৰে, তেনেহ'লে তেওঁক সাধু বুলি ক'ব লাগিব, কাৰণ তেওঁ মোতেই একনিষ্ঠ।"

চোৰে সকলো কথা শুনিলে আৰু তাত বহি বহিয়েই মন স্থিৰ কৰিলে যে "মই ভগৱানৰ শৰণ ল'লো। আজিৰ পৰা আৰু চুৰি নকৰোঁ। মই ভগৱানৰ হৈ গ'লো।"

সৎসঙ্গ শেষ হ'ল। মানুহবোৰে ঘৰাঘৰি যাবলৈ আৰম্ভ কৰি দিলে। বাহিৰত ৰজাৰ চিপাহীসকলে থিয় হৈ প্ৰত্যেকৰে ভৰিৰ চাপ চাইছিল।

চোৰটো যেতিয়াই বাহিৰলৈ আহিল, চিপাহীসকলে তাৰ ভৰিৰ চিন দেখি তাক চিনিব পাৰিলে। চোৰটোক ধৰি ৰজাৰ কাষলৈ অনা হ'ল। চিপাহীসকলে ৰজাক ক'লে, "মহাৰাজ, চোৰটোক ধৰি আনিছো। এইজন লোকেই ৰাজমহলত চুৰি কৰিছিল।"

ৰজাই চোৰটোক সুধিলে, "এই ৰাজমহলত তুমি চুৰি কৰিছিলা? চুৰি কৰি বস্তুবোৰ ক'ত ৰাখিছা?

চোৰটোৱে খুব জোৰেৰেই ক'লে, "মহাৰাজ, মই চোৰ নহয়, এই জনমত কেতিয়াও চুৰি কৰা নাই।"

চিপাহীসকলে ক'লে, "মহাৰাজ, এই মানুহজনে মিছা কথা কৈছে। আমি এওঁৰ ভৰিৰ চিন চাই চিনি পাইছোঁ, ইয়েই চোৰ। ইয়াৰ বাহিৰে অইন কোনেও চুৰি কৰা নাই।"

ৰজাই তেতিয়া চোৰৰ কথা সঁচা হয় নে নহয়, সেয়া পৰীক্ষা কৰিবলৈ মন্ত্ৰীক আদেশ দিলে। মন্ত্ৰীৰ হুকুমমতে চোৰৰ হাতৰ ওপৰত আহঁত গছৰ আঠৈটা পাত সুতাৰে বান্ধি, তাৰ ওপৰত ৰঙা কৰি জুইত গৰম কৰা লোহা এডালেৰে চেপি দিয়া হ'ল। কিন্তু কি আচৰিত, চোৰৰ হাত অকনো নুপুৰিল। লোহা ডাল য'ত পেলোৱা হ'ল, সেইখিনি ঠাই পূৰা ক'লা হৈ গ'ল। ৰজাই ভাবিলে, সঁচাই সি চুৰি কৰা নাই, সি নিৰ্দোষ। তেওঁ খঙত চিপাহী কেইজনক ক'লে, "তোমালোকে এজন নিৰ্দোষ, নিৰীহ লোকক ধৰি লৈ আহিছা। সেয়ে মই তোমালোকক শাস্তি দিম।"

ৰজাৰ কথা শুনি চোৰে কৈ উঠিল,— "নহয় মহাৰাজ, এওঁলোকক আপুনি দণ্ড নিদিব। এওঁলোকৰ কোনো দোষ নাই। চুৰি ময়েই কৰিছিলোঁ।"

ৰজাই তেতিয়া ভাবিলে যে এওঁ এজন সাধু ব্যক্তি। চিপাহীকেইজনক শাস্তিৰ পৰা বচাবৰ বাবে চুৰিৰ দায় নিজৰ গাত লৈছে। সেয়েহে ৰজাই ক'লে,— "তুমি এওঁলোকক বচোৱাৰ চেষ্টা কৰিছা, কিন্তু মই ইহঁতক শাস্তি অৱশ্যে দিম।"

চোৰে ক'লে,— "মহাৰাজ, মই মিছা কথা কোৱা নাই। চুৰি ময়েই কৰিছিলো। চুৰিৰ সকলো বস্তু মই জঙ্গলৰ ভিতৰত লুকাই ৰাখিছোঁ, তাৰপৰা

সেইবোৰ আনি দেখুৱাব পাৰোঁ।”

ৰজাই তেতিয়া তেওঁৰ মানুহকেইজনমান চোৰৰ লগত পঠিয়ালে। চোৰে জঙ্গলত ধন-ৰত্ন লুকুৱাই ৰখা ঠাইলৈ তেওঁলোকক লৈ গ'ল। চুৰি কৰা সকলো বস্তু ৰজাৰ সমুখত ৰখা হ'ল। তাকে দেখি ৰজাই আচৰিত হৈ ক'লে,— “তুমি চুৰি কৰিছিলা, কিন্তু জুইত তোমাৰ হাত নুপুৰিল কিয়? মই একোৱেই বুজিব পৰা নাই। সঁচা কথা কোৱাচোন, কথাটো কি?”

চোৰে ক'লে,— “মহাৰাজ, মই ধন-ৰত্ন চুৰি কৰি মাটিৰ তলত পুতি ৰাখি গাঁৱলৈ গৈছিলো। তাত এঠাইত সৎসঙ্গ হৈছিল। ময়ো তাতে মানুহবোৰৰ মাজত বহি পৰিছিলো। সৎসঙ্গত সাধুৰ মুখত মই শুনিলোঁ যে যদি কোনোৱে ভগৱানৰ শৰণ লয় আৰু শৰণ লোৱাৰ পাছত প্ৰতিজ্ঞা কৰে যে তেওঁ আৰু কোনোদিনে কোনো পাপ নকৰে, তেন্তে ভগৱানে তেওঁৰ পূৰ্বৰ সকলো পাপ মৰিষণ কৰি দিয়ে। তেওঁৰ নৱজন্ম লাভ হয়। এই কথা মোৰ মনত লাগি গ'ল। সেয়েহে তাত বহি বহিয়েই মই প্ৰতিজ্ঞা কৰিলো যে আৰু কোনোদিনে চুৰি নকৰোঁ। এতিয়া মই ভগৱানৰ হৈ গৈছোঁ আৰু লগতে মোৰ নতুন জন্ম হৈছে। গতিকে এই জন্মত মই চুৰি কৰা নাই। সেয়েহে মোৰ হাতো পোৰা নাই। মহাৰাজ, আপোনাৰ ৰাজপ্ৰাসাদত যে মই চুৰি কৰিছিলো, সেয়াতো মোৰ পূৰ্বজন্মৰ কথা।

## ১৮. কিহত মঙ্গল হ'ব?

এগৰাকী বেশ্যাই মনে মনে খুব চিন্তা কৰিছিল; কিহত তেওঁৰ মঙ্গল হ'ব। সেই কথাটো জানিবৰ বাবে তেওঁ এজন সাধুৰ ওচৰলৈ গৈ সুধিলে,— “বাবা, মোৰ কেনেকৈ মঙ্গল হ'ব কৈ দিয়ক।”

সাধুয়ে উত্তৰ দিলে,— “তুমি সাধুৰ সঙ্গ লোৱা। সাধুসকল ত্যাগী পুৰুষ, তেওঁলোকৰ সেৱা কৰা, তেনে কৰিলে তোমাৰ মঙ্গল হ'ব।”

বেশ্যাই এইবাৰ এজন ব্ৰাহ্মণৰ ওচৰলৈ গৈ সুধিলে,— “মোৰ কিদৰে

মঙ্গল হ'ব, কওকচোন।”

ব্ৰাহ্মণে ক'লে,— “সাধু সাজিলেই মানুহ সাধু নহয় আৰু আমিতো জন্মৰপৰাই ব্ৰাহ্মণ। সেয়েহে তুমি ব্ৰাহ্মণৰ সেৱা কৰা, তাতেই তোমাৰ মঙ্গল হ'ব।”

এইবাৰ বেশ্যাই এজন সন্ন্যাসীৰ ওচৰলৈ গ'ল। তেওঁ সন্ন্যাসীক সুধিলে,— “বাবা, কি কৰিলে মোৰ মঙ্গল হ'ব, কওকচোন।”

সন্ন্যাসীয়ে ক'লে,— “সন্ন্যাসীসকল সকলোতকৈ ডাঙৰ, তেওঁলোক সকলো জাতিৰ গুৰু। গতিকে সন্ন্যাসীসকলৰ সেৱা কৰা, তোমাৰ মঙ্গল হ'ব।”

তাৰ পিছত বেশ্যাজনীয়ে এজন বৈৰাগীৰ ওচৰলৈ গৈ সেই একে কথাই সুধিলে। তেৰোঁ ক'লে,— “বৈৰাগী সকলোতকৈ শ্ৰেষ্ঠ, গতিকে তেওঁলোকৰ সেৱা কৰা; তোমাৰ মঙ্গল হ'ব।”

এইদৰে বেশ্যাজনীয়ে প্ৰত্যেক সম্প্ৰদায়ৰ গুৰুসকলৰ ওচৰলৈ গৈ সুধিলে আৰু সকলো গুৰুৱে একেই উত্তৰ দিলে যে তেওঁলোকেই সকলোতকৈ শ্ৰেষ্ঠ আৰু বাকীসকল অসাধু, পাষণ্ড। তেওঁলোকে কয়,— “তুমি আমাৰ শিষ্য হোৱা, আমাৰ ওচৰত দীক্ষা লোৱা, তেনে কৰিলে তোমাৰ মঙ্গল হ'ব।” এইদৰে বেশ্যাজনীয়ে য'লৈকে যায় তাতেই তেওঁলোকে নিজৰ বৰ্ণ, আশ্ৰম, মঠ, সম্প্ৰদায় আদিৰ পক্ষে যুক্তি দেখুৱায়। এইবোৰ দেখি-শুনি বেশ্যাই ভাবিলে, তেনেহ'লেতো মই এতিয়া কিহত মঙ্গল হ'ব তাৰ সাৰমৰ্ম বুজি পালোঁ। সাধুয়ে কৈছে, সাধুক পূজা কৰা, ব্ৰাহ্মণে কৈছে ব্ৰাহ্মণক পূজা কৰা, মই তেনেহ'লে বেশ্যাসকলক কিয় পূজা নকৰিম?”— এইবুলি ভাবি তেওঁ চহৰৰ সকলো বেশ্যাকে ভোজন কৰাব বুলি নিমন্ত্ৰণ জনালে। যথাসময়ত বেশ্যাসকল আহিবলৈ আৰম্ভ কৰিলে।

সেই নগৰৰে প্ৰান্তত এজন সৰ্বত্যাগী নিৰাসক্ত মহাপুৰুষে বাস কৰিছিল। তেওঁ খবৰ পালে যে অমুক বেশ্যাই আজি বেশ্যাসকলৰ ভোজনৰ ব্যৱস্থা কৰিছে। তেওঁ তেতিয়া ভাবিলে, “বেশ্যাজনীক আজি অলপ শাস্ত্ৰৰ শিক্ষা

দিব লাগিব।” এই বুলি তেওঁ বেশ্যাজনীৰ ঘৰৰ উদ্দেশ্যে ৰাওনা হ'ল।

ভোজনৰ বাবে ৰন্ধা-বঢ়া হৈছিল। ৰান্ধনীসকলে ভাতৰ মাৰ, চাউল ধোৱা পানী ইত্যাদি নলাত ঢালি দিছিল আৰু সেইবোৰ গচকি বাহিৰলৈ গৈছিল। সেইসময়ত বেশ্যাজনীয়ে ঘৰৰ চাদত উঠি বাহিৰৰ ফালে চাই আছিল। এনেতে তেওঁ দেখিলে যে এজন সাধুবাবাই নলাৰ চাউল ধোৱা পানীত হাত ধুইছে। তাকে দেখি বেশ্যাজনীয়ে চিঞৰি ক'লে,— “সাধুবাবা, আপুনি কি কৰিছে?”

সাধুবাবাই উত্তৰ দিলে,— “তুমি কি অন্ধ নেকি? দেখা পোৱা নাই, হাত ধুই আছোঁ।”

বেশ্যাজনীয়ে মানা কৰা সত্বেও বাবাজীয়ে নুশুনিলে। সেয়েহে তেওঁ চাদৰ পৰা নামি আহি সাধুবাবাৰ সমুখলৈ গৈ ক'লে, “বাবা, এয়াতো ভাতৰ মাৰ, তাৰে হাত ধুলে হাত আৰু ময়লা হ'ব। আপুনি পৰিষ্কাৰ পানীত হাত ধোৱক।”

সাধুবাবাই উত্তৰ দিলে, “ইয়াত হাত ধুলে হাত যদি আৰু বেছি ময়লা হয়, তেন্তে কি বেশ্যাসকল ইয়াতকৈও শুদ্ধ যে সিহঁতৰ সেৱা কৰিলে তোমাৰ কল্যাণ হ'ব? হাত পৰিষ্কাৰ পানীত চাফ হয় নে ময়লা পানীত?”

এই কথা শুনি বেশ্যাজনীৰ চেতনা আহিল, কথাটোতো সঁচা, বাবাজীয়ে ঠিক কথাই কৈছে। সেয়েহে তেওঁ বাবাজীক সুধিলে,— “বাবা, তেনেহ'লে কওকচোন কি কৰিলে মোৰ কল্যাণ হ'ব?”

বাবাজীয়ে উত্তৰ দিলে,— “যি সাধু-সন্তৰ কোনো মত, কোনো সম্প্ৰদায় বা কোনো আশ্ৰমৰ প্ৰতি পক্ষপাত নাই, আগ্ৰহো নাই, যাৰ আচৰণ শুদ্ধ, পৱিত্ৰ, যাৰ মনত জীৱৰ কল্যাণৰ বাহিৰে আন কোনো চিন্তা নাই, যাৰ অন্তৰত কোনো কামনা-বাসনা নাই, তেওঁ স্ত্ৰী, পুৰুষ, সাধু অথবা ব্ৰাহ্মণ, যিকোনো বৰ্ণ, আশ্ৰম, সম্প্ৰদায়ভুক্তই নহওক, তেওঁৰ উপদেশ শুনিলে তোমাৰ কল্যাণ হ'ব।

ইয়াৰ তাৎপৰ্য এয়াই হ'ল যে, য'ত স্বাৰ্থ, অহংকাৰ, ভোগবুদ্ধি আৰু

সম্পদ আহৰণ কৰাৰ মনোবৃত্তি থাকিব তাত আসুৰী-সম্পদৰ প্ৰৱেশ হ্বই। য'ত আসুৰী-সম্পদে প্ৰৱেশ কৰিব, তাত শান্তি নষ্ট হ'ব আৰু অশান্তি, হায়-কাজিয়া হ'ব, পতনো হ'ব।

## ১৯. ঈশ্বৰৰ ইচ্ছা

এজন সাধুৱে নাৱেৰে ক'ৰবালৈ গৈ আছিল। নাৱত আৰু বহুত যাত্ৰী আছিল। নদীৰ মোহনাৰ কাষত আহি নাৱখনে নিয়ন্ত্ৰণ হেৰুৱাই পেলালে। সোঁতত নাৱখন উটি যাবলৈ ধৰিলে। নাৱৰীয়াই তেতিয়া চিঞৰি ক'বলৈ ধৰিলে,— "নাৱখন এতিয়া মোৰ নিয়ন্ত্ৰণৰ বাহিৰত, জোৰে বান আহিছে, সমুখত ঘূৰ্ণিবতাহ, সকলো ডুবি যাব। এতিয়া ভগৱানক স্মৰণ কৰাৰ বাহিৰে অন্য উপায় নাই।"

এইকথা শুনি কোনোৱে কন্দা কটা আৰম্ভ কৰি দিলে। কোনো কোনোৱে ভগৱানক স্মৰণ কৰিব ধৰিলে। সাধুবাবাই এটা কোণত বহিছিল, কাষত কমণ্ডলু। তেওঁ "জয় সীতাৰাম, জয় জয় সীতাৰাম, জয় সীতাৰাম, জয় জয় সীতাৰাম" বুলি কৈ কৈ কমণ্ডলুত পানী ভৰাই ভৰাই নাৱত ঢালিবলৈ ধৰিলে। যাত্ৰীসকলে ক'বলৈ ধৰিলে, "এয়া কি কৰিছে? এয়া কি কৰিছে?" কিন্তু কোনে শুনে সেই কথা। সাধুৱে নদীৰ পৰা পানী তোলে আৰু নাৱত ভৰায় আৰু 'জয় সীতাৰাম, জয় জয় সীতাৰাম' বুলি মাতি থাকে। এনেদৰে থাকোতে থাকোতে কিছুসময় পিছত দেখা গ'ল নাৱখন নিয়ন্ত্ৰণলৈ আহিছে আৰু ঠিক পথতেই গৈ আছে। নাৱৰীয়াইও তেতিয়া বঠা ধৰিছে। নাৱৰীয়াজনে সকলোকে অভয় দি ক'লে, "আৰু ভয় নাই, পাৰ একেবাৰেই ওচৰত।"

এইকথা শুনি সাধুবাবাই নাৱৰপৰা কমণ্ডলুৰে পানী তুলি বাহিৰত পেলাবলৈ ধৰিলে আৰু সেই আগৰদৰে "জয় সীতাৰাম, জয় জয় সীতাৰাম" বুলি মাতিবলৈ ধৰিলে।

যাত্ৰীসকলে ক'লে,—"আপুনি কি পাগল হৈছে? এইবোৰ কৰি

আছে কিয় ?”

বাবাজীয়ে ক'লে,— “কিয়, মই কি দোষ কৰিছো ?”

যাত্ৰীসকলে ক'লে,— “আপোনাৰ দয়া-মায়া নাই নেকি ? সাধু হৈছে, বেশভূষাও আপোনাৰ সাধুৰ, কিন্তু এইদৰে মূৰ্খৰ নিচিনা কাম কৰিছে। ইমানবোৰ মানুহ ডুবিব ওলাইছিল আৰু আপুনি নাৱত পানী ভৰাইছিল ?”

বাবাজীয়ে ক'লে,— “যদি মই এই ডুবন্ত নাৱত নাথাকি দূৰৰ পৰা তোমালোকক ডুবি থকা দেখিলোহেঁতেন, তেনেহ'লে দয়াৰ প্ৰশ্ন আহিবলৈ আছিল, কিন্তু মইতো তোমালোকৰ লগতে নাৱত বহি আছিলো, মইতো সাধু, গতিকে মূৰ্খৰ নিচিনা কাম কিয় কৰিম ?”

যাত্ৰীসকলে ক'লে,— “নাৱখন যেতিয়া ডুবু ডুবু হ'ল, তেতিয়া আপুনি পানী ভৰাবলৈ ধৰিলে, আৰু যেতিয়া নাৱখন ঘূৰ্ণিবতাহৰ পৰা বাচি গ'ল, তেতিয়া আপুনি পানী বাহিৰ কৰি দিব ধৰিলে। উল্টা কাম নহ'ল জানো ?”

বাবাজীয়ে ক'লে, “মই উল্টা কাম একোৱেই কৰা নাই, ঠিক কামেই কৰিছো।”

যাত্ৰীসকলে সুধিলে,— “কামটো ঠিক কেনেকৈ হ'ল ?”

বাবাজীয়ে ক'লে,— “এইবাবেই ঠিক যে সকলো কথাৰে তাৎপৰ্য মই নুবুজোঁ। মোৰ মনত ভাব হৈছিল, ভগৱানে নাৱখন হয়তো ডুবাই দিব। সেয়াই যদি তেওঁৰ ইচ্ছা হয়, তেনেহ'লে মই তেওঁৰ ইচ্ছা সফল হ'বৰ বাবে সহায় নকৰোঁ কিয় ? আকৌ নাৱখন যেতিয়া বিপদৰ পৰা ৰক্ষা পৰিল, তেতিয়া ভাবিলো, তেওঁ বোধহয় নাৱখন নুডুবায়। সেয়ে তেওঁৰ ইচ্ছা অনুযায়ী কাম কৰাই ভাল বুলি ভাবি নাৱৰ পৰা পানী বাহিৰ কৰি দিব ধৰিলো। মই সাধু মানুহ, মৰা বা বাচি থকাৰ নিজস্ব কোনো ইচ্ছা বা বাসনা নাই, ভগৱানৰ ইচ্ছাই মোৰো ইচ্ছা। ভগৱানৰ লীলা কোনে বুজিব পাৰে ? যদি আগতে জানিলোহেঁতেন যে ভগৱানে নাৱখন নুডুবায়, তেনেহ'লে মই পানী নভৰালোহেঁতেন, কিন্তু সেই সময়ত এইকথা বুজিব পৰা নাছিলো, ভাবিছিলো তেওঁ নাৱখন ডুবাব।”

এয়া হৈছে শৰণাগত ভক্তৰ লক্ষণ। আপোনালোকক এই কাহিনীটো

কোৱাৰ উদ্দেশ্য হ'ল এয়ে যে নাৰখন যদি নিতান্তই ডুবিব ওলায়, তেতিয়া তাত পানী নভৰাব, সেয়া ঠিক কথা, কিন্তু লগতে বচাৰ উপায় কৰক, কোনোপধ্যেই কন্দা-কটা নকৰিব। এই চিন্তা মূৰত ৰাখিব যে সকলো আগৰপৰাই ঠিক হৈ থাকে। যি হ'বৰ আছে সেয়া হ'বই আৰু তাতেই কোনো নহয় কোনো মঙ্গল নিহিত হৈ আছে।

---

# ২০. বুদ্ধিমান ৰজা

যদি কোনোবাই প্ৰভূত্ব ধন-দৌলতৰ অধিকাৰী হয়, তেনেহ'লে সেয়া বিশেষ ভগৱৎ কৃপা বুলি কোৱা নাযায়। কাৰণ এনে ধন-দৌলত অনেক পাপী, অসৎ লোকৰো থাকে, **"সুত দাৰা অৰু লক্ষ্মী পাপী কে ভী হোয়।"** (অৰ্থাৎ স্ত্ৰী, পুত্ৰ, অধিকবস্তু ধনলক্ষ্মী পাপীৰো থাকিব পাৰে), এইবোৰ পোৱা বিশেষ একো কথা নহয়।

উদাহৰণ স্বৰূপে এটা গল্প ক'ব পাৰি।

এজন ৰজা আছিল। তেওঁৰ সাধু-সন্তৰ পৰিধানৰ প্ৰতি খুব শ্ৰদ্ধা-ভক্তি আছিল। ৰজাই সাধু-সন্তৰ দৰ্শন পালে খুবেই খুচি হৈছিল। সাধুৰ বেশেৰে কোনোবা আহিলে তেওঁ যি উদ্দেশ্য লৈয়ে নাহক কিয় ৰজাই তেওঁক খুব আদৰ-যত্ন কৰিছিল, তেওঁলোকৰ যথোচিত সেৱা-শুশ্ৰূষা কৰিছিল। যদি শুনা পায় যে অমুক ঠাইত সাধু-মহাত্মা আহিছে, তেওঁ নিজে খোজকাঢ়ি তালৈ যায় আৰু অতি শ্ৰদ্ধা সহকাৰে তেওঁক ৰাজপ্ৰাসাদলৈ লৈ আহিছিল। সাধুসকলে যি বিচাৰিছিল, ৰজাই তাকেই দিছিল। ৰজাৰ এই সাধু-ভক্তিৰ কথা সকলোৱেই জানিছিল।

এই ৰজাৰ ৰাজ্যৰ ওচৰতে আৰু এখন ৰাজ্যত অইন এজন ৰজা আছিল। তেৱোঁ এই ৰজাৰ এইবোৰ কথা শুনিছিল। তেওঁ ভাবিলে যে এই ৰজা মহা মূৰ্খ। সাধু সাজি যি কোনো লোকে তেওঁক ঠগিব পাৰিব। সেই কথা ভাবি এদিন তেওঁ এজন বহুৰূপীক মাতি আনি ক'লে,— "তুমি সাধু সাজি সেই

ৰজাৰ ওচৰলৈ যোৱা। তেওঁ তোমাৰ লগত কেনে ব্যৱহাৰ কৰে মোক জনাবা।”

বহুৰূপীও খুব চতুৰ। তেওঁ সাধু সাজি সেই ৰজাৰ ৰাজ্যলৈ গ'ল। ৰজাই যেতিয়া শুনিলে যে এজন সাধু আহিছে, তেতিয়া তেওঁ নিজে গৈ তেওঁক খুব সন্মান প্ৰদৰ্শন কৰি নিজৰ ৰাজমহললৈ লৈ আহি খুব আদৰ-যত্ন কৰি ৰাখিলে।

এদিন এই ৰজাই সাধুক ক'লে,— “বাবা, কিবা কওক।”

ছদ্মবেশী সাধুৱে ক'লে, “মহাৰাজ, আপুনি মহা ভাগ্যৱান যে আপুনি ইমান ডাঙৰ ৰাজ্য, ইমান ধন-দৌলত পাইছে। ইমান বিশাল সৈন্য বাহিনী, স্ত্রী, পুত্ৰ, দাস-দাসী সকলোবোৰেই আপোনাৰ অনুগত। সেয়েহে কৈছো, আপোনাৰ ওপৰত ভগৱানৰ অশেষ কৃপা আছে।” এই ধৰণৰ অনেক কথা সাধুৱে ৰজাক ক'লে। ৰজাই চুপ-চাপ সকলো শুনি গ'ল। এইদৰে দুই-তিনিদিন থকাৰ পিছত সেই সাধুৱে এদিন ক'লে,— “মহাৰাজ, এতিয়া মোক বিদায় দিয়ক।”

ৰজাই ক'লে,— “বাবা, আপোনাৰ যি ইচ্ছা।”

ৰজাই সাধুবাবাক কোষাগাৰলৈ লৈ গৈ ক'লে,— “ইয়াৰ পৰা, সোণ, ধন, মণি-মুকুতা যি লাগে আপোনাৰ ইচ্ছা অনুযায়ী লৈ যাওক।”— এইবুলি ৰজাই কোষাগাৰ উন্মুক্ত কৰি দিলে। নকল সাধুৱে তাৰপৰা যিমান পাৰে ধন-ৰত্ন, মণি-মাণিক গাড়ী ভৰাই লৈ যেতিয়া যাবৰ কাৰণে প্ৰস্তুত হৈছে তেতিয়া ৰজাই ক'লে,— “বাবা, এইবোৰতো আপুনি নিজৰ ইচ্ছামতে লৈছে, এতিয়া মই আপোনাক মোৰ ফালৰপৰা এটা ৰূপৰ বাকচ উপহাৰ দিম।”— এইবুলি ৰজাই তেওঁক এখন ৰেচমী কাপোৰেৰে মেৰিওৱা ৰূপৰ বাকচ এটা উপহাৰ দিলে। সাধুৱে সেই ৰূপৰ বাকচ আৰু অন্যান্য মালপত্ৰ লৈ তাৰপৰা বিদায় ল'লে।

সাধুৰূপী বহুৰূপীয়ে তেওঁৰ ৰজাৰ ওচৰলৈ যোৱাত তেওঁক সুধিলে,— “ইমানবোৰ কি লৈ আহিলা?”

তেওঁ উত্তৰ দিলে,— "মহাৰাজ, লাখ-কোটি টকাৰ ধন-ৰত্ন লৈ আহিছো।"

ৰজাই ভাবিলে, কাযৰ ৰাজ্যৰ ৰজা একেবাৰে মূৰ্খ। আচল-নকল সাধু চিনাৰ জ্ঞান তেওঁৰ একেবাৰেই নাই।"

বহুৰূপীয়ে আকৌ ক'লে,— "সেই ৰজাই মোক নিজৰ ফালৰপৰা এটা উপহাৰ দিছে।"

ৰজাই ক'লে,— "ভাল কথা, সেইটোও এবাৰ মোক দেখুৱাই দিয়া।"

বহুৰূপীয়ে সেই বাকচটো ৰজাৰ হাতত দিলে। ওপৰৰ ৰেচমী কাপোৰখন খুলি ৰজাই দেখিলে, এটা ৰূপৰ বাকচ। ডাঙৰ বাকচটোৰ ভিতৰত আৰু এটা ৰূপৰ বাকচ, সেইটোৰ ভিতৰতো আৰু এটা সৰু ৰূপৰ বাকচ। সৰু বাকচটো খোলাত দেখা পালে, এটা কড়ি অতি যত্নেৰে ৰখা আছে। তাকে দেখি ৰজাই বুজিব পাৰিলে যে ৰজা মূৰ্খ নহয়, বৰং অতি বুদ্ধিমান। সাধুসকলৰ প্ৰতি তেওঁৰ ভক্তি প্ৰশংসাৰ যোগ্য। ৰজাই তেতিয়া বহুৰূপীক সুধিলে, "ৰজাৰ লগত তোমাৰ কি কি কথা হৈছিল, সকলোখিনি কোৱা।"

বহুৰূপীয়ে ক'লে,— "ৰজাই এদিন মোক কিবা শুনাবলৈ কৈছিল। মই তেওঁক কৈছিলো,— আপুনি খুব ভাগ্যৱান, আপোনাৰ ইমান ডাঙৰ ৰাজ্য, অতুল ধন-সম্পত্তি, মনোমত স্ত্ৰী, পুত্ৰ আদি পাইছে। আপোনাৰ ওপৰত ভগৱানৰ অশেষ কৃপা।" বহুৰূপীৰ কথা শুনি এই সকলোবোৰৰ তাৎপৰ্য বুজিবলৈ ৰজাৰ পলম নহ'ল।

তিনিটি বাকচৰ তাৎপৰ্য হ'ল এয়ে যে স্থূল-শৰীৰ, সূক্ষ্ম-শৰীৰ আৰু কাৰণ-শৰীৰ। এইবোৰৰ ভিতৰত কি আছে? একো নাই, ভিতৰত ফুটা-কড়ি। বাহিৰৰ পৰা সাধুজনৰ বেশভূষা দেখিবলৈ খুব মনোগ্ৰাহী কিন্তু ভিতৰত একো নাই। "আপোনাৰ ওপৰত ভগৱানৰ অশেষ কৃপা"— বহুৰূপীৰ এইযে আশীৰ্বাদ, তাৰ মূল্যও ফুটা-কড়ি এটাৰ সমান। বৈভৱ লাভ ঈশ্বৰৰ কৃপা নহয়। কৃপা সেয়া, যাৰ দ্বাৰা ভগৱানৰ প্ৰতি অনুৰাগ হয়, তেওঁৰ প্ৰতি ভক্তি-প্ৰেম বৃদ্ধি হয়।

# ২১. ভগৱান কাৰ দাস হয়

বৃন্দাবনত এজন ভক্তই শ্ৰীকৃষ্ণৰ মন্দিৰত বিগ্ৰহ দৰ্শন কৰিবলৈ যায়, কিন্তু তাত তেওঁৰ কোনো বিগ্ৰহৰ দৰ্শন নহয়। অন্য ভক্তসকলক সুধিলে কয়— "শ্ৰীকৃষ্ণৰ বিগ্ৰহতো তোমাৰ সমুখতেই আছে, তুমি জানো দেখা নাই?"

ভক্তই কয়,— "ভাই, মইতো দেখা পোৱা নাই।" এইদৰে তিনিদিন মন্দিৰলৈ গৈও কৃষ্ণৰ বিগ্ৰহ দৰ্শন নাপাই ভক্তজনে ভাবিলে,— "সকলোৱে বিগ্ৰহৰ দৰ্শন কৰিবলৈ পাইছে, কেৱল মইহে বিগ্ৰহৰ দৰ্শন কৰিব পৰা নাই। মই নিশ্চয় মহাপাপী। গতিকে মই বাচি থকাতকৈ যমুনাত ডুব দি মৰাই ভাল।"

এইবুলি ভাবি ৰাতি যমুনাত ডুব দি মৰিবলৈ তেওঁ নদীৰ ফালে খোজ দিলে। যমুনাৰ ঘাটত এজন কুষ্ঠৰোগী শুই আছিল। ভগৱানে তাক সপোনাত দেখা দি ক'লে, "বাচা, এতিয়াই এজন ভক্ত ইয়ালৈ আহিব। তই তাৰ ভৰি দুখন সাবোট মাৰি ধৰিবি আৰু কবি,— 'বাবা, মোৰ কুষ্ঠ ৰোগ ভাল কৰি দিয়া।' তাৰ কৃপাত তোৰ কুষ্ঠ ৰোগ ভাল হৈ যাব।"

কুষ্ঠৰোগীজনে উঠি বহিল আৰু ৰাস্তাৰফালে চাই ভক্তজনৰ অপেক্ষা কৰিবলৈ ধৰিলে। সেই ভক্তজন যেতিয়া তেওঁৰ ওচৰত আহি উপস্থিত হ'ল তেতিয়া কুষ্ঠৰোগীজনে তেওঁৰ ভৰি দুখন সাবটি ধৰি কান্দি কান্দি ক'বলৈ ধৰিলে,— "বাবা, মোক কৃপা কৰা, মোৰ কুষ্ঠ ৰোগ ভাল কৰি দিয়া।"

ভক্তজনে ক'লে,— "শুনা, মই এজন মহাপাপী। মন্দিৰত ভগৱানেও মোক দেখা নিদিয়ে। এইবুলি ভক্তই ভৰিদুখন এৰুৱাবলৈ চেষ্টা কৰিলে। কিন্তু কুষ্ঠৰোগীজনে তেওঁৰ ভৰি দুখন কোনোপধ্যেই এৰি নিদিলে। কুষ্ঠৰোগীজনে ক'লে,— "প্ৰভু, তুমি এবাৰ নিজমুখে মাথোন, কোৱা, তোৰ কুষ্ঠৰোগ ভাল হৈ যাওক।"

ভক্তজনে ক'লে,— "সেই যোগ্যতা মোৰ নাই ভাই।" কুষ্ঠৰোগীজনে

যেতিয়া খুব কাকূতি মিনতি কৰিবলৈ ধৰিলে যেতিয়া ভক্তজনে বাধ্য হৈ কৈ দিলে,— "ঠিক আছে বাৰু কৈছো, ভগৱান, এওঁৰ কুষ্ঠ ৰোগ ভাল কৰি দিয়া।" এইবুলি কোৱাৰ লগে লগেই কুষ্ঠৰোগীজনৰ বেমাৰ নাইকিয়া হৈ গ'ল। তেতিয়া তেওঁ ভক্তজনক সপোনৰ সকলো কথা বিবৰি ক'লে, "ভগৱানেই মোক সপোনত এই কথা শিকাই কৈছিল। এই কথা শুনি ভক্তজনে চিন্তা কৰিলে, "তেনেহ'লে মই নমৰোঁ।"

তাৰপিছত ভক্তজনে যমুনাৰ ঘাটৰ পৰা আকৌ মন্দিৰলৈ ঘূৰি আহিল। কিন্তু কি আশ্চৰ্য, এইবাৰ ভক্তজনে মন্দিৰত বিগ্ৰহ দেখা পালে। তেতিয়া ভক্তজনে ভগৱানক সাষ্টাঙ্গে প্ৰণাম কৰি সুধিলে,— "প্ৰভু, ইমানদিনে আপুনি কিয় মোক দৰ্শন দিয়া নাছিল?"

ভগৱানে উত্তৰ দিলে,— "তুমি গোটেই জীৱনত আজি পৰ্যন্ত মোৰ ওচৰত একোৱে বিচৰা নাছিলা, তোমাক মই একো দিব পৰা নাছিলো। সেয়েহে তোমাক মই কিদৰে মুখ দেখুৱাওঁ। আজি কৈ দিলা, এওঁৰ কুষ্ঠৰোগ ভাল কৰি দিয়া, এতিয়া তোমাক মুখ দেখুৱাবৰ যোগ্যতা মই লাভ কৰিলো।"

ইয়াৰ তাৎপৰ্য এয়ে যে যিয়ে ভগৱানৰ পৰা একো নিবিচাৰে ভগৱান তেওঁৰ দাস হৈ থাকে। হনুমানে শ্ৰীৰামচন্দ্ৰৰ নিষ্কাম সেৱা কৰিছিল, সেয়ে ভগৱানে তেওঁৰ দাসত্ব স্বীকাৰ কৰিছিল, তেওঁৰ ওচৰত ঋণী হৈ গৈছিল— **'সুনু সুত তোহি উৰিন মৈঁ নাহীঁ।"** (শ্ৰীৰামচৰিত মানস, সুন্দৰকাণ্ড ৩২/৪)। অৰ্থাৎ "শুনা পুত্ৰ, তোমাৰ ওচৰত মোৰ ঋণ শোধ নহয়।"

যিয়ে সেৱা কৰে তেওঁ ডাঙৰ আৰু যিয়ে সেৱা গ্ৰহণ কৰে তেওঁ সৰু হৈ যায়। কিন্তু ভগৱান আৰু তেওঁৰ প্ৰেমিক ভক্তসকলৰ সৰু হোৱাত কোনো লাজ নাই। তেওঁলোকে ইচ্ছামতে সৰু হৈ থাকিবলৈ ভাল পায়। সৰু হয়ো বাস্তৱত তেওঁলোক সৰু নহয়, বৰং ডাঙৰ হোৱাৰ যি অভিমান সেয়া তেওঁলোকৰ নাথাকে।

# ২২. অপকাৰৰ সলনি উপকাৰ

পণ্ডিত জয়দেৱ আছিল এজন খুব উচ্চস্তৰৰ মহাত্মা পুৰুষ। সেই দেশৰ ৰজাই তেওঁক খুব শ্ৰদ্ধা-ভক্তি কৰিছিল আৰু তেওঁৰ দায়িত্ব নিজে লৈ সমস্ত খা-খৰচ বহন কৰিছিল। জয়দেৱ এজন গৃহস্থী লোক হোৱা সত্বেও অতি ত্যাগীপুৰুষ আছিল। কিবা প্ৰাপ্তি হওক বা কোনোবাই ধন-সম্পত্তি দান কৰক— এইবোৰৰ প্ৰতি তেওঁৰ বিন্দুমাত্ৰও আসক্তি নাছিল, তেওঁৰ স্ত্ৰীও আছিল পতিব্ৰতা। শুনা যায় যে জয়দেৱে বিয়া কৰাবলৈ বিচৰা নাছিল, স্বয়ং ভগৱানে তেওঁৰ বিয়া পাতি দিছিল।

এদিনৰ কথা, ৰজাই তেওঁক অনেক দ্ৰব্য-সামগ্ৰী, টকা-কড়ি উপহাৰ দিছিল। সেইবোৰ লৈ তেওঁ ঘৰলৈ আহি আছিল। তেওঁ ঘৰলৈ অহা পথটোতে আছিল এখন গভীৰ জঙ্গল। জয়দেৱে অনেক ধন-ৰত্ন লৈ ঘৰলৈ ঘূৰি আহিছে, এই খবৰ এদল ডকাইতে জানিব পাৰিলে। জয়দেৱে জঙ্গলত প্ৰৱেশ কৰা মাত্ৰেই ডকাইতৰ দলটোৱে চাৰিওফালৰ পৰা ঘেৰি ধৰি সকলোবোৰ ধন-ৰত্ন লুটি নিলে। ডকাইতহঁতে পিছত ভাবিলে, এওঁতো ৰজাৰ গুৰু, এওঁ যদি বাচি থাকে তেন্তে আমাক ধৰাই দিব। গতিকে এওঁক মাৰি পেলাব লাগিব।

এইবুলি ভাবি সিহঁতে জয়দেৱৰ দুই হাত কাটি জঙ্গলৰ এটা কুঁৱাৰ ভিতৰত পেলাই দি গুচি গ'ল। তাৰ দুই দিনমান পিছত ৰজাই সেই জঙ্গললৈ চিকাৰ কৰিবলৈ আহিছিল। তেওঁৰ সহচৰবোৰে খোৱাৰ বাবে পানী বিচাৰোতে বিচাৰোতে সেই কুঁৱাটো দেখা পালে। সিহঁতে এটা ঘটীত ৰচি লগাই কুঁৱাৰ ভিতৰলৈ সেইটো নমাই দিওঁতেই কুঁৱাৰ ভিতৰৰ পৰা শব্দ ভাঁহি আহিল, "অ'হে ভাই, ভালদৰে চাবা, ঘটীটো যাতে মোৰ মূৰত নালাগে। তোমালোকে ইয়াত কি কৰিছা, ইয়াত পানী নাই।"

ৰজাৰ অনুচৰসকলে জয়দেৱৰ মাত চিনি পালে। তেওঁ ইয়ালৈ কিদৰে আহিল? সিহঁতে দৌৰি গৈ কথাটো ৰজাক ক'লে, "মহাৰাজ, জয়দেৱ

সেই কুঁৱাটোৰ ভিতৰত পৰি আছে, কথাও কৈছে।"

ৰজাই তালৈ গৈ দেখে কথাটো সঁচা। তেওঁ তেতিয়া ক'লে, "তেওঁক তুলি আনা।"

অতি যত্ন সহকাৰে তেওঁক ওপৰলৈ তুলি অনা হ'ল। তেওঁলোকে দেখিলে যে জয়দেৱৰ দুয়ো হাত কটা। ৰজাই তেওঁক সুধিলে, "গুৰুদেৱ, এয়া কেনেকৈ হ'ল?"

জয়দেৱে ক'লে, "মহাৰাজ, মোৰ ভাগ্যত যি লেখা আছিল সেয়া হৈছে।"

জয়দেৱক অনেকবাৰ সুধিলে, কোনে এই কাম কৰিলে, সিহঁতক চিনি পাইছেনে নাই, সিহঁত দেখিবলৈ কেনে ইত্যাদি। কিন্তু জয়দেৱে মুখ নুখুলিলে। মাথোন ক'লে, "এয়া মোৰ কৰ্মফল, অন্য একোৱেই নহয়।"

ৰজাই তেওঁক ৰাজপ্ৰাসাদলৈ লৈ আহিল। ঔষধ-পাতি দি চিকিৎসা আদিকে ধৰি সকলো ধৰণৰ সেৱাৰ ব্যৱস্থা কৰিলে।

এনেদৰে বহুদিন পাৰ হৈ গ'ল। তাৰপিছত এদিনৰ কথা। যি ডকাইত কেইজনে জয়দেৱৰ হাত কাটি কুঁৱাত পেলাই দিছিল, সিহঁতে সাধুৰ বেশেৰে কোনো ঠাইলৈ যাওঁতে দূৰৰ পৰা দেখিলে যে মহাৰাজ আহি আছে। তেওঁৰ লগত জয়দেৱো আছে। জয়দেৱে ডকাইত কেইজনক চিনি পালে। তেওঁ ৰজাক ক'লে, "মহাৰাজ, আপুনিতো বহুদিন ধৰি মোক টকা-কড়ি, ধন-ৰত্ন ল'বৰ বাবে অনুৰোধ কৰি আছে, গতিকে আজি এটা কাম কৰক— সেইযে চাৰিজন লোক গৈ আছে তেওঁলোক মোৰ বিশেষ বন্ধু। আজি সিহঁতক ধন-ৰত্ন কিছু দিয়ক। মোক দিয়া আৰু মোৰ বন্ধুক দিয়া একেই কথা।"

এই কথা শুনি ৰজা বৰ অবাক হ'ল। তেওঁ ভাবিলে জয়দেৱেতো জীৱনত কেতিয়াও কাৰোপৰা এইদৰে একো বিচৰা নাই, পিছে আজি এইদৰে কৈছে কিয়?

যাহওক, ৰজাৰ আদেশমতে সেই চাৰিওজনকে মাতি অনা হ'ল।

তেওঁলোকে আহি দেখে যে হাতকটা অৱস্থাত জয়দেৱো তাতে বহি আছে। তেওঁক দেখি সিহঁতৰ ভয়ত প্ৰাণ উৰি গ'ল। সিহঁতে ভাবিলে, "এইবাৰ বোধহয় আমাক ফাঁচি দিব।"

ৰজাই সাধুৰূপী ডকাইতকেইজনৰ লগত খুব ভাল ব্যৱহাৰ কৰিলে। তাৰপিছত প্ৰচুৰ সোণ-ৰূপৰ মোহৰ উপহাৰ দিলে। সিহঁতে যিমান পাৰে ল'লে, কিন্তু বোজা খুব গধুৰ হৈ গ'ল। গতিকে এতিয়া কি কৰা যায়? ৰজাই তেতিয়া তেওঁৰ লোক কেইজনমানক আদেশ দিলে, "এওঁলোকৰ লগত গৈ ধনখিনি দি আহাগৈ।"

ৰজাৰ আদেশত সকলোখিনি ধন-ৰত্ন গাড়ীত বোজাই কৰি লগত ৰজাৰ চিপাহী দি পঠিয়াই দিলে।

ৰাস্তাত যাওঁতে যাওঁতে চিপাহীকেইজনৰ প্ৰধানজনে ভাবিলে, জয়দেৱেতো কোনোদিনে কাকো দিবলৈ কোৱা নাই, আজি কিয় এইদৰে ক'লে, কথাটো কি? তেওঁ তেতিয়া সাধুৰূপী ডকাইত এজনক সুধিলে, "সাধুজী, কওকচোন আপোনালোকে কেতিয়াবা জয়দেৱৰ কিবা উপকাৰ কৰিছিল নেকি? জয়দেৱৰ লগত আপোনালোকৰ কিহৰ সম্পৰ্ক? আজি আমি তেওঁৰ স্বভাৱৰ ব্যতিক্ৰম দেখিলো। বহু বছৰ ধৰি দেখিছোঁ, জয়দেৱে কেতিয়াও কাকো একো দিবলৈ কোৱা নাই। কিন্তু আপোনালোকৰ কাৰণে আজি তেওঁ ৰজাৰ ওচৰত অনুৰোধ কৰিছে।"

এই কথা শুনি সেই চাৰিওজন ছদ্মবেশী সাধুই পৰস্পৰে পৰস্পৰৰ মুখ চোৱা চুই কৰিবলৈ ধৰিলে। সিহঁতৰ এজনে ক'লে, "তেওঁ এদিন মৰিবই লাগিছিল, আমি সেইদিনা তেওঁক বচাইছিলো। তেওঁৰ মাথোন হাত দুখনেই কটা গৈছিল, নহ'লেতো তেওঁৰ ডিঙিয়ে কটা গ'লহেঁতেন। সেই উপকাৰৰ বিনিময়ত তেওঁ আজি আমাক এইবোৰ পোৱাত সহায় কৰিলে।"

সিহঁতৰ ইমান ডাঙৰ মিছা কথা মা ধৰিত্ৰীয়ে সহ্য কৰিব নোৱাৰিলে। লগে লগে মাটি দুফাল হৈ গ'ল আৰু সেই চাৰিওজনেই ফাটৰ মাজত সোমাই গ'ল। চিপাহীবোৰে এইবোৰ দেখি অবাক হৈ গ'ল আৰু সংকটতো

পৰিল। এতিয়া ইমানবোৰ বয়-বস্তু কি কৰিব? সাধু সকলতো মাটিৰ তল পালেগৈ। চিপাহীবোৰে তেতিয়া তাৰপৰা চিধাই ৰাজপ্ৰাসাদলৈ ঘূৰি গ'ল। ঘূৰি গৈ তাত যি যি ঘটিছিল সকলো বৃত্তান্ত ৰজাক ক'লে। সিহঁতৰ মুখত সেইবোৰ কথা শুনি জয়দেৱে কান্দিবলৈ ধৰিলে। কান্দোতে কান্দোতে ওলোৱা তেওঁৰ চকুপানী যেতিয়াই মচিবলৈ গ'ল তেতিয়াই দেখিলে তেওঁৰ হাত দুখন আগৰ দৰেই হৈ গৈছে। তাকে দেখি ৰজাও আচৰিত হ'ল। কটা হাত দুখন পূৰ্বৰদৰে কেনেকৈ হ'ব পাৰে? ৰজাই ভাবিলে এই চাৰিজনেই হয়তো জয়দেৱৰ ঘনিষ্ঠ বন্ধু, সেয়ে সিহঁতৰ মৃত্যুত তেওঁ চকুৰ পানী পেলাইছে। ৰজাই জয়দেৱক সুধিলে, "গুৰুদেৱ, আপুনিতো আমাক শিক্ষা দিয়ে— শোক নকৰিবা, চিন্তা নকৰিবা। কিন্তু এতিয়া নিজৰ বন্ধুৰ মৃত্যুত আপুনি কিয় শোক কৰিছে?"

তেতিয়া জয়দেৱে ক'লে,— "এইযে চাৰিজন লোকক দেখিলে, ইহঁতেই মোৰ ধন-ৰত্ন সকলো লুট কৰি মোৰ হাত কাটি দিছিল।

জয়দেৱৰ কথা শুনি ৰজাই আচৰিত হৈ সুধিলে,— "সেয়া কেনে কথা গুৰুদেৱ? যিয়ে আপোনাৰ হাত কাটি পেলাইছিল, সিহঁতকে আপুনি বিশেষ বন্ধু বুলি পৰিচয় দিলে।"

জয়দেৱে ক'লে,— "চাওক মহাৰাজ, এক হয় কথাৰে উপদেশ দিয়া আৰু অন্যটি হ'ল নিজৰ আচৰণেৰে উপদেশ প্ৰদান কৰা। আচৰণেৰে উপদেশ দিয়া অনেকগুণে শ্ৰেষ্ঠ। মই যি হাতেৰে আপুনি দিয়া ধন-ৰত্নৰ দান গ্ৰহণ কৰিছিলো সেয়া পাপী-হাত কাটি নিয়াই উচিত আছিল। ডকাইতবোৰে এই কামটো কৰি দিছিল আৰু ধনবোৰো লুট কৰি নিছিল। গতিকে সিহঁতে মোৰ পৰম উপকাৰ কৰিছে। তাৰ ফলত মোৰ পাপ নাশ হৈ গৈছে। সেই কাৰণে সিহঁত মোৰ পৰম বন্ধু আৰু মই কান্দিছোঁ এই কাৰণেই যে মোক মানুহে সন্ত-মহাত্মা বুলি কয়, মহাপুৰুষ বুলি ভাবে। অথচ মোৰ বাবেই ইমান কেইজন মানুহৰ প্ৰাণ নাশ হ'ল। সেয়েহে মই কান্দি কান্দি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ যে— হে প্ৰভু, মানুহে মোক ভুলতে মহাত্মা বুলি ভাবে। মোৰ বাবে আজি ইমান কেইজন লোকৰ

প্ৰাণ গ'ল, মই মহাপাপী, দুৰাত্মা। মোৰ অপৰাধৰ বাবে মোক ক্ষমা কৰা। মহাৰাজ মই এতিয়া প্ৰাৰ্থনাৰ বাহিৰে অইন কি কৰিব পাৰোঁ।"

ৰজাই আচৰিত হৈ ক'লে,— "গুৰুদেৱ, আপুনি যদি পাপীয়েই হয় আৰু আপোনাৰ বাবে চাৰিজন লোকৰ মৃত্যু হ'ল, তেনেহ'লে আপুনি কটা হাত কেনেকৈ ঘূৰাই পালে? এয়া কিদৰে সম্ভৱ হ'ল?"

জয়দেৱে ক'লে,— "পৰমেশ্বৰে তেওঁৰ ভক্তৰ অপৰাধ, পাপ, অসদ্‌গুণ নিজ গুণে মাৰ্জনা কৰে। সেয়েহে তেওঁৰ কৃপাতে কটা হাত ঘূৰাই পাইছোঁ।"

ৰজাই ক'লে,— "গুৰুদেৱ, সিহঁতে আপোনাৰ ইমান ক্ষতি কৰিলে অথচ আপুনি সিহঁতক ইমান ধন-ৰত্ন দিবলৈ ক'লে কিয়?"

জয়দেৱে ক'লে,— "চাওক মহাৰাজ, সিহঁতৰ ধনৰ প্ৰতি প্ৰচুৰ মোহ আছিল আৰু এই ধনৰ লোভৰ বাবেই আৰু যে কিমানৰ সিহঁতে হাত কাটিব, — এই চিন্তা কৰিয়ে মই আপোনাক প্ৰাৰ্থনা জনাইছিলো যাতে সিহঁতক প্ৰচুৰ ধন-ৰত্ন দিয়া হয়। ধন-ৰত্ন পালে সিহঁতে আৰু কোনো নিৰ্দোষী মানুহক হত্যা কৰিব নালাগিলহেঁতেন। মইতো দোষী আছিলো, সেয়েহে সিহঁতে মোক শাস্তি দিছে, কিন্তু কোনো নিৰ্দোষীকে যেন কষ্ট নিদিয়ে। সেয়ে মই সিহঁতক যথেষ্ট ধন পোৱাই দিছিলো।"

ৰজাই আৰু অবাক হৈ তেওঁক ক'লে,— "আপুনি আগতে এইবোৰ কথা মোক কোৱা নাই কিয়?"

জয়দেৱে ক'লে, "মহাৰাজ, আগতে যদি ক'লোহেঁতেন তেতিয়াহ'লে আপুনি সিহঁতক শাস্তি দিলেহেঁতেন। সিহঁতৰ শাস্তি হওক— সেইটো মই বিচৰা নাছিলোঁ। মইতো সিহঁতক সহায় কৰিবলৈহে খুজিছিলো। কিয়নো সিহঁতে মোক পাপৰ পৰা মুক্ত কৰিছে, মোৰ পাপৰ ফলতেই হাত কটা গৈছে। নহ'লে ঈশ্বৰৰ ৰাজ্যত তেওঁ স্বয়ং থকাতো কোনে কাক অনুচিত দণ্ড দিব পাৰে? এয়াতো মোৰ প্ৰতি সিহঁতৰ উপকাৰ, কিয়নো পাপৰ ফল ভোগ কৰাই সিহঁতে মোক শুদ্ধ কৰিছে।"

এই ঘটনাৰ দ্বাৰা প্ৰমাণিত হয় যে সুখ নাইবা দুখ দিয়াৰ অন্য কোনো

নাই। অন্য কোনোবাই দুখ নাইবা সুখ দিয়ে— এই ভাবনা মূঢ়তাৰ বাহিৰে অইন একো নহয়— ***“সুখস্য দুঃখস্য ন কোপি দাতা পৰো দদাতীতি কুবুদ্ধিৰেষা”***(অধ্যাত্মৰামায়ণ ২/৬/৬)

প্ৰকৃতপক্ষে আমাৰ ভাগ্যৰ ফলতেই জীৱনলৈ দুখ-কষ্ট আহে, কিন্তু ঘটনাক্ৰমে ইয়াত যি নিমিত্ত হয় তাৰ ওপৰত দয়া কৰা উচিত, কিয়নো তেওঁ অহৈতুক পাপৰ ভাগী হয়।

***সুখ দুখৰ একমাত্ৰ দাতা বিশ্বপতি।***
***যদি কোনোৱে ভাবে অন্য তেওঁ অতি দুৰ্মতি।।***

## ২৩. ভগৱান ভাৱৰ ভিখাৰী

এজন গৃহস্থী ব্যক্তি খুৱেই উচ্চ স্তৰৰ ত্যাগী পণ্ডিত আছিল। ত্যাগ যে গৃহত্যাগী সন্ন্যাসী সকলোৰেই একচেতিয়া সেয়া নহয়। গৃহস্থ, সাধু সকলৰো মাজত ত্যাগৰ মনোভাব থাকিব পাৰে।

পণ্ডিতজী বৰ বিবেকবান পুৰুষ আছিল। সদায় ভগৱানৰ কথা ভাবিয়েই সময় অতিবাহিত কৰিছিল। এজন ধনী ব্যক্তিয়ে তেওঁৰ ওচৰত দীক্ষা গ্ৰহণ কৰাৰ পিছত তেওঁক ক'লে,— “প্ৰভু, এতিয়া কওক আপোনাক কিহেৰে সেৱা কৰো?”

পণ্ডিতজীয়ে ক'লে,— “ঈশ্বৰে যেতিয়া তোমাক ইমান দিছে, তুমি এটা সদাব্ৰত খুলি দিয়া। অন্নদান মহাদান। ক্ষুধাৰ্তক ভোজন কৰোৱা, অন্ন দান কৰা “অন্নদানং মহাদানম্।”

ধনী ব্যক্তিজনো খুব শ্ৰদ্ধাবান আছিল। তেওঁ সেইদিনাৰ পৰা অন্নদানৰ কাম আৰম্ভ কৰি দিলে। অন্নদানৰ কাম ভালদৰে চলিবলৈ ধৰিলে। মানুহ যদি সতৰ্ক হৈ নাথাকে তেন্তে অনেক ক্ষেত্ৰত অহংকাৰ আহি যায়। দান কৰোঁতে কৰোঁতে সেই ধনী ব্যক্তিজনৰো অহংকাৰ আহি গ'ল। “মই কিমানজনক যে অন্নদান কৰিলোঁ”— এই ভাব তেওঁৰ মনত থিতাপি

ল'লে। অহংকাৰৰ ফলত তেওঁ এটা নিয়ম কৰিলে যে এটা নিৰ্দিষ্ট সময়তহে অন্নদান কৰিব। অন্য সময়ত যদি কোনোবা আহে তেওঁলোকক খেদি দিয়া হয়। তেওঁ কয়,— "সকলোৱে ভিখাৰী হৈ গৈছে। সকলোৰে পেটত জুই জ্বলিছে। সময়-অসময় নাই দল বান্ধি আহে। লাজ বুলিবলৈ কাৰো একো নাই।" এইবুলি কিমানযে গালি-গালাজ কৰে।

পণ্ডিতজীয়ে সেই ঠাইৰ মানুহৰ পৰা সদাব্ৰতৰ খা-খবৰ ল'লে। মানুহবোৰে তেওঁক জনালে,— "গুৰুদেৱ, অন্ন ভিক্ষাতো দিছে, কিন্তু অপমান, গালি-গালাজো শুনিবলগীয়া হৈছে।"

এদিন পণ্ডিতজীয়ে নিজে ৰাতি এঘাৰটাত সেই ধনী ব্যক্তিৰ ঘৰলৈ গৈ দুৱাৰৰ খাৰু জোকাৰি মাতিবলৈ ধৰিলে,— "মালিক আছেনে? কিবা অলপ খাবলৈ দিবনে? খুব ভোগ লাগিছে।"

ভিতৰৰ পৰা মাত ভাঁহি আহিল,— "দূৰ হ। এতিয়া ভিক্ষা দিয়াৰ সময় নহয়।"

পণ্ডিতজীয়ে আকৌ মাতিলে, "কিবা খাবলৈ দিয়ানা, পচা-বাহী ভাত হ'লেও হব। কালিৰ বৈ যোৱা ৰুটি অলপমান দিলেও হব, বৰ ভোক লাগিছে।"

ধনী মানুহজনৰ সেই একেই উত্তৰ,— "দূৰ হ, ইয়াৰপৰা আঁতৰি যা।"

পণ্ডিতজীয়ে জানি শুনিয়ে পৰীক্ষা কৰিবলৈ গৈছিল, সেইবাবে বাৰে বাৰে খোৱা বস্তু খুজিবলৈ এৰা নাছিল। শেষত বিৰক্ত হৈ ধনী মানুহজনে চিঞৰি কৈ উঠিল,— "কৈছো নহয়, ইমান ৰাতি একো নাপাবি, যা।"

পণ্ডিতজীয়ে আকৌ ক'লে, "মালিক, মাত্ৰ এখন ৰুটি যেনেতেনে দিয়ক।"

এইবাৰ ধনী মানুহজনে খঙত ডিঙি ফালি চিঞৰি উঠিল,— "কি ধৰণৰ মানুহ অ' তই?" এইবুলি কৈ দৰ্জাখন জোৰেৰে খুলি বাহিৰলৈ ওলাই আহিল। বাহিৰলৈ আহি দেখে সমুখত তেওঁৰ গুৰু স্বয়ং থিয় হৈ আছে। তেওঁক দেখিয়েই ধনীমানুহজনে কৈ উঠিল,— "গুৰুদেৱ আপুনি?"

পণ্ডিতজীয়ে ক'লে,— "মোক দিবাতো?"

ধনীমানুহজনে বিনীতভাৱে ক'লে,— "গুৰুদেৱ, মই বুজিব পৰা নাছিলোঁ।"

পণ্ডিতজীয়ে ক'লে,— "পুত্ৰ! মোক চিনিব পাৰিছা বাবেই ইমান ৰাতিও খাবলৈ দিবা, কিন্তু অন্য কোনোবা হ'লে নিদিলাহেঁতেন, এয়াইতো? ইয়াক দান বুলি কোৱা নহয়। তুমি কিমান লোকক তিৰস্কাৰ-গালি-গালাজ কৰিছা, ইয়াৰ পৰা কিমান ক্ষতি হৈছে জানা?"

ধনী মানুহজনে ক'লে,— "গুৰুদেৱ, এনেকুৱা আৰু কেতিয়াও নহয়। এতিয়াৰ পৰা যিয়েই নাহক কিয়, ঘূৰাই নপঠাওঁ।"

এইবাৰৰ পৰা কোনোৱে ভিক্ষা কৰিবলৈ আহিলে তেওঁ পণ্ডিতজীৰ কথা মনত পেলাই কাকো আৰু ঘূৰাই নপঠিয়ায়।

গতিকে সকলো সময়তে সকলো ৰূপত ভগৱানক দেখিবা। দুখীয়াৰ বেশত, ভিক্ষাৰীৰ বেশত, কিমানযে ছল কৰি ভগৱান আহে তাৰ ঠিকনা নাই। সেইবাবে যাকে দিবা তাকে যত্ন সহকাৰে ভক্তিভাৱে দিবা— অহংকাৰশূন্য হৈ দিবা। অহংকাৰশূন্য হৈ দিলে তেওঁ তৃপ্তি সহকাৰে গ্ৰহণ কৰিব। ভগৱান ভাৱৰ ভিখাৰী, তেওঁ প্ৰেমৰ ভিখাৰী। তোমাৰ ভাৱ যদি বিৰক্তিকৰ হয়, অশ্ৰদ্ধাৰ হয়, ভগৱান তালৈ নাহিব। তোমাৰ যদি যথাৰ্থ দিয়াৰ ভাৱ হয় তেনেহ'লে ভগৱানে লোৱাৰ বাবে হাত আগবঢ়াই দিয়ে। তেওঁ প্ৰেমৰ কাঙাল। প্ৰেমৰ সৈতে যদি দিব পাৰে ভগৱান খুচি হয়। পৰম তৃপ্তিৰে তেওঁ গ্ৰহণ কৰে। এই কথাটি খুবেই প্ৰসিদ্ধ—

*অহংকাৰী দুৰ্যোধনৰ ৰাজভোগ ৰাখি দূৰত।*
*শাক অন্ন খাওক প্ৰভু বিদুৰৰ ঘৰত।।*

# ২৪. অধিকাৰৰ সদ্‌ব্যৱহাৰ

এটা হাতী মৰাৰ পিছত যমালয়লৈ গ'ল। যমৰাজে তাক সুধিলে,— "তোক ইমান ডাঙৰ শৰীৰ এটা দি পঠোৱা হ'ল আৰু তই মানুহৰ বশ হৈ থাকিলি কিয়? তোৰ এটা ভৰিৰ সমান মানুহ, সেই সৰু মানুহটোৱেই তোক বশ কৰি ৰাখিলে।"

হাতীয়ে ক'লে,— "মহাৰাজ, মানুহ এনেকুৱা এটা জাতি যে মোতকৈও ডাঙৰ ডাঙৰ প্ৰাণীক তেওঁলোকে বশ কৰি লয়।"

ধৰ্মৰাজে ক'লে,— "আমাৰ ইয়ালৈ কিমানযে মানুহ আহে, ক'তা সিহঁতক দেখিতো তেনেকুৱা বুলি ভাব নহয়।"

হাতীয়ে ক'লে,— "মহাৰাজ, আপোনাৰ ইয়ালৈতো তেওঁলোক আহে মৰাৰ পিছত। যদি জীৱন্ত মানুহ আহিলহেঁতেন, তেতিয়াহ'লে বুজিব পাৰিলেহেঁতেন।"

ধৰ্মৰাজে দূতক ক'লে,— "যোৱাচোন, এজন জীৱন্ত মানুহক ইয়ালৈ লৈ আহা।"

যমদূতে ক'লে,— "ঠিক আছে হুজুৰ, এতিয়াই গৈছো।" দূতে পৃথিৱীত বিচৰণ কৰোঁতে কৰোঁতে এঠাইত দেখিলে গৰমত চাদৰ ওপৰত খাটত এজন লোকে টোপনি মাৰিছে। তেওঁ তেতিয়া খাটেৰে সৈতে মানুহজনক কান্ধত তুলি লৈ যমালয়ৰ ফালে ৰাওনা হ'ল। মাজপথত মানুহজনৰ টোপনি ভাঙি গ'ল। দেখিলে,— অদ্ভুত কথা, কোনোবাই তাক শূন্যতে তুলি লৈ গৈ আছে।

মানুহজন আছিল এজন কায়স্থ, কিতাপ-পত্ৰ লিখে। কিতাপত যমদূতৰ যি যি লক্ষণ লেখা আছে, সেইবোৰ দেখি তেওঁ বুজি পালে যে এইজন নিৰ্ঘাট যমদূত। "মোক তেনেহ'লে যমালয়লৈ লৈ গৈ আছে।"— এইবুলি ভাবি পকেটৰ পৰা তাৰাতাৰি কাগজ-কলম বাহিৰ কৰি খচ্ খচ্ কৰি কি জানো লিখি কাগজখন পকেটত ভৰাই থ'লে। তাৰপিছত চুপ-চাপ খাটৰ ওপৰত কোচ-মোচ খাই পৰি ৰ'ল। ভাবিলে,— চিএৰ-বাখৰ, কন্দা-কটা

কৰিলে হাড়-মূৰ ভাঙিব, গতিকে দেখা যাওক, কি হয়।

ৰাতি নুপুৱাওঁতেই দূতে যমালয় পাই গ'ল। ধৰ্মৰাজৰ সভা তেতিয়া মাত্ৰ আৰম্ভ হৈছে। দূতে গৈ তাতে খাটখন নমাই থ'লে। কায়স্থই তৎক্ষণাত উঠি পকেটৰ পৰা এখন কাগজ বাহিৰ কৰি দূতৰ হাতত দিলে আৰু সেইখন ধৰ্মৰাজক দিবলৈ ক'লে। সেইখন ভগৱান বিষ্ণুৰ নামত লিখা হৈছিল। দূতে সেইখন ধৰ্মৰাজৰ হাতত দিলে আৰু ধৰ্মৰাজেও কাগজখন মন দি পঢ়িলে। তাত লেখা আছিল,— "প্ৰিয় ধৰ্মৰাজ, আপোনাক জনোৱা হৈছে যে এই পত্ৰবাহক মোৰ ব্যক্তিগত সচিব। তেওঁক আপোনাৰ ওচৰলৈ পঠিয়ালো। তেওঁৰ হতুৱাই আপুনি যাৱতীয় কাম কৰাব। ইতি— নাৰায়ণ, বৈকুণ্ঠপুৰী।"

কাগজখন পঢ়িয়েই ধৰ্মৰাজে ততালিকে সিংহাসনৰ পৰা উঠি আহি কায়স্থক— ক'লে, "আহক, আহক, সিংহাসনত বহক।"

অলপো পলম নকৰি কায়স্থই ধৰ্মৰাজৰ সিংহাসনত বহিলগৈ। ইমান পৰে দূতে অইন এজন লোকক আনি সভাত হাজিৰ কৰিলে। কায়স্থই সুধিলে,— "এওঁ কোন?"

দূতে ক'লে, "হুজুৰ, ই এটা ডকাইত। ই বহুলোকৰ সৰ্বনাশ কৰিছে, বহু লোকক হত্যা কৰিছে। গতিকে ইয়াৰ কি দণ্ড হ'ব?"

কায়স্থই ক'লে,— "তাক স্বৰ্গলৈ পঠিয়াই দিয়া।"

তাৰপিছত আৰু এজনক উপস্থিত কৰা হ'ল। কায়স্থই সুধিলে,— "এওঁ কোন?"

দূতে ক'লে,— "ই এজন গাখীৰ বেপাৰী। গাখীৰত ভেজাল কৰি বিক্ৰী কৰিছিল। সেই ভেজাল গাখীৰ খাই বহুতো সৰু সৰু শিশু পেট ফুলি মৰি গৈছে। ইয়াৰ কি শাস্তি হ'ব?"

কায়স্থই ক'লে,— "ইয়াকো স্বৰ্গলৈ পঠিয়াই দিয়া।"

এনেতে আৰু এজনক আনি উপস্থিত কৰোৱা হ'ল। কায়স্থই সুধিলে,— "এওঁ কোন?"

দূতে ক'লে,— "হুজুৰ, ই মিছা সাক্ষী দি বহুতকে ফঁচাইছে। ইয়াক

কি কৰিম?”

কায়স্থই ক'লে,— “সুধিছা কিয়? সকলোকে স্বৰ্গলৈ পঠিয়াই দিয়া।”

ইয়াৰ পিছত ব্যভিচাৰী, পাপী, হিংসুক যিমান ধৰণৰ দুষ্ট লোক থাকিব পাৰে সকলো আহিল আৰু সকলোৰে বাবে সেই একেই আদেশ দিয়া হ'ল,— “স্বৰ্গলৈ পঠিয়াই দিয়া।”

ধৰ্মৰাজ নিৰুপায় হৈ গ'ল। তেওঁ কি কৰিব, সিংহাসনত বহি বিষ্ণুৰ ব্যক্তিগত সচিবে যি কৈছে সেয়ে মানি ল'বলৈ বাধ্য হ'ল। সেইফালে স্বৰ্গত ভীৰ বাঢ়ি গৈছে। তাকে দেখি ভগৱানে ভাবিছে, এয়া কি কাণ্ড; ইমান মানুহৰ আত্মা ক'ৰপৰা আহি আছে? পৃথিৱীত কোনোবা মহাত্মাৰ আৱিৰ্ভাব হ'ল নেকি যে ইমানবোৰ পুণ্যাত্মা দলবান্ধি স্বৰ্গত হাজিৰ হৈছে। ভগৱানে দেখিলে সকলোবোৰ যমালয়ৰ পৰা আহি আছে।

নাৰায়ণে কথাটোনো কি জানিবৰ বাবে নিজেই যমালয়লৈ গ'ল। নাৰায়ণক দেখি আটায়ে থিয় হৈ সন্মান জনালে। নাৰায়ণে সুধিলে,— “ধৰ্মৰাজ, আপুনি সকলোকে স্বৰ্গলৈ পঠিয়াই দিছে যে, কথাটো কি? ইমান মানুহ ভক্ত হৈ গ'ল নেকি?”

ধৰ্মৰাজে ক'লে,— “প্ৰভু, এই কাম মই কৰা নাই। আপুনি যে লোক এজন পঠিয়াইছে, এয়া তেওঁৰেই কাম।”

নাৰায়ণে ক'লে,— “মই আকৌ কেতিয়া লোক পঠিয়ালো?”

তেওঁ কায়স্থক সুধিলে,— “তোমাক কোনে পঠিয়াইছে?” কায়স্থই ক'লে, “প্ৰভু, আপুনি পঠিয়াইছে।”

নাৰায়ণ হতভম্ব হৈ ক'লে,— “মই কেতিয়া পঠিয়ালো।”

কায়স্থই ক'লে,— “প্ৰভু, আপুনি নপঠিয়ালে ইয়ালৈ আহিবলৈ জানো মোৰ বাপৰ সাধ্য আছে? আপুনিয়েইতো মোক পঠিয়াইছে। আপোনাৰ ইচ্ছা অবিহনে জানো কিবা কাম হ'ব পাৰে?”

নাৰায়ণে ক'লে, “ঠিক আছে, কিন্তু তুমি এইবোৰ কি কৰি আছা?”

কায়স্থই সুধিলে,— “কি কৰিছো প্ৰভু?”

নাৰায়ণে ক'লে,— “তুমিযে আটাইকে স্বৰ্গলৈ পঠিয়াই দিছা?”

কায়স্থই ক'লে,— "যদি স্বৰ্গলৈ পঠিওৱা অন্যায় হয় তেনেহ'লে সাধু-সন্ত-মহাত্মা যিমান আছে সকলোকে দণ্ড বিহিব লাগিব আৰু যদি মই ঠিক কৰিছো তেনেহ'লে কৈফিয়ৎ বিচাৰিছে কিয়? ইয়াত যদি আপোনাৰ মত নাথাকে, তেনেহ'লে আটাইকে ঘূৰাই পঠিয়াই দিয়ক। পিছে শ্ৰীমদ্ভগবদ্গীতাত আপোনাৰ যি বাণী লিখা আছে সেয়া কাটি পেলাব লাগিব— "**য়দ্গত্বা ন নিৱৰ্তন্তে তদ্ধাম পৰমং মম্**" (গীতা ১৫/৬)। "মোৰ ধামলৈ অহা কোনো ঘূৰি যাব নালাগে।"

নাৰায়ণে ক'লে,— "কথাটো ঠিক। যিমান ডাঙৰ পাপীয়েই নহওক কিয়, যদি বৈকুণ্ঠধাম যায়, তেওঁ আৰু ঘূৰি আহিব নালাগে। তেওঁৰ সমস্ত পাপ ক্ষয় হৈ যায়। কিন্তু এই কাম তুমি কিয় কৰিলা?"

কায়স্থই ক'লে,— "মইতো ঠিক কামেই কৰিছো প্ৰভু, মোৰ ওচৰলৈ যিয়েই আহিব মই তেওঁকে স্বৰ্গলৈ পঠিয়াই দিম। মই কাকো দণ্ড নিবিহো, মই জানো যে অলপ সময়ৰ বাবে সিংহাসন পাইছোঁ যেতিয়া ভাল কাম অলপ নকৰো কিয়? মানুহক উদ্ধাৰ কৰা জানো বেয়া কাম?"

নাৰায়ণে যমৰাজক ক'লে,— "ধৰ্মৰাজ, মই বুজিব পৰা নাই, এওঁক আপুনি সিংহাসনত বহালে কিয়?"

ধৰ্মৰাজে ক'লে,— "প্ৰভু, আপুনি লিখা চিঠিখন মোৰ লগত আছে, তাত আপুনি স্পষ্টভাৱে নিৰ্দেশ দি তাক মোৰ ওচৰলৈ পঠিয়াইছে।"

ভগৱানে তেতিয়া কায়স্থক সুধিলে,— "তোমাক আকৌ চিঠি লিখি মই কেতিয়া পঠিয়ালো?"

কায়স্থই ক'লে,— "আপুনি শ্ৰীমদ্ভগবদ্গীতাত কৈছে, '**সৰ্বস্য চাহং হৃদি সন্নিৱিষ্টঃ**" (গীতা ১৫/১৫)। 'মই সকলোৰে হৃদয়ত বাস কৰোঁ'। গতিকে হৃদয়ৰ পৰা আদেশ আহিছে চিঠি লিখি দিয়া, সেয়েহে কাগজত লিখি দিছোঁ। আদেশতো আপোনাৰেই। যদি এইটো আপুনি মোৰ কথা বুলি ভাবে, তেনেহ'লে গীতাৰ পৰা আপুনি কোৱা সেই কথাবোৰ বাদ দি দিয়ক।"

নাৰায়ণে ক'লে,— "ঠিক আছে।" এইবুলি কৈ তেওঁ ধৰ্মৰাজক প্ৰশ্ন

কৰিলে, “ধৰ্মৰাজ, কথাটো কি? এই জীৱন্ত মানুহজন ইয়ালৈ আহিল কেনেকৈ?”

ধৰ্মৰাজে দূতক সুধিলে,— “যমালয়লৈ জীৱন্ত মানুহ লৈ আহিলা কিয়?”

দূতে ক'লে,— “ধৰ্মৰাজ, আপুনিয়েইতো এদিন কৈছিল জীৱন্ত মানুহ লৈ অহাৰ কথা।”

ধৰ্মৰাজে ক'লে,— “এইজনেই সেইজন লোক নেকি? কিন্তু সেইকথা মোক ক'ব লাগিছিল নহয়।”

দূতে ক'লে, “মই কি কম মহাৰাজ, আপুনিয়েইতো কাগজখন নিলে আৰু তেওঁক সিংহাসনত বহিবলৈ দিলে। সেয়েহে মই আৰু কিবা কোৱাৰ সাহস পোৱা নাছিলো।”

হাতীটোৱে ইমান সময়ে তাত থিয় হৈ সকলো কথা শুনি আছিল। সি যমৰাজক ক'লে,— “হুজুৰ, আপুনি সুধিছিল, কেনেকৈ মই মানুহৰ বশ হ'লোঁ। এতিয়া দেখিছোঁ আপুনি আৰু স্বয়ং নাৰায়ণো মানুহৰ বশ হৈ গৈছে। এই ক'লাচুলীয়া মানুহ বৰ সাংঘাটিক মহাৰাজ। তেওঁলোকে যদি মন কৰে সকলো ওলট-পালট কৰি দিব পাৰে।”

ভগৱানে কায়স্থক ক'লে,— “যি হ'বৰ আছিল হৈ গ'ল, এতিয়া কিবা কৰাৰ উপায় নাই। পিছে তুমি এতিয়া ঘূৰি যোৱা।”

কায়স্থই ক'লে,— “প্ৰভু, গীতাত আপুনি কৈছে— “**মামুপেত্য তু কৌন্তেয় পুনৰ্জন্ম ন ৱিদ্যতে**’ (গীতা ৮/১৬), ‘মোক পোৱাৰ পিছত পুনৰায় আৰু জন্ম ল'ব নালাগে।’ গতিকে এতিয়া কওক, আপোনাক জানো মই পোৱা নাই?”

ভগৱানে ক'লে,— “ঠিক আছে, ঠিক আছে, ব'লা মোৰ লগত।”

কায়স্থই ক'লে,— “প্ৰভু, কেৱল ময়েই যামনে? এই হাতী বেচেৰাই ইয়াতেই থাকিব নেকি? ইয়াৰ কৃপাতেইতো মই ইয়ালৈ আহিছো, ইয়াকো লগত নিয়ক প্ৰভু।”

হাতীয়ে ক'লে,— "প্ৰভু, মোৰ অনেক স্বজাতিয়ে ইয়াত নৰক ভোগ কৰিছে, তেওঁলোককো আপোনাৰ লগত লৈ যাওক।"

ভগৱান নাৰায়ণে ক'লে, "ব'ল, সকলোকে লৈ যাম ব'ল।"

যমালয়ত ভগৱান অহাৰ ফলত হাতীৰ মঙ্গল হ'ল, কায়স্থৰো মঙ্গল হ'ল আৰু অইন সকলৰো মঙ্গল হ'ল।

ওপৰৰ কাহিনীটো এটা কল্পিত কাহিনী। কিন্তু ইয়াৰ তাৎপৰ্য খুব গভীৰ আৰু অৰ্থবহ। কোনো অধিকাৰ যদি পোৱা তেনেহ'লে তাৰ দ্বাৰা সকলোৰে মঙ্গল কৰা। যিমান পাৰা ভাল কৰা। নিজৰ ফালৰ পৰা কাৰো একো বেয়া নকৰিবা, কাকো দুখ নিদিবা। গীতাৰ বাণী '**সৰ্বভূতহিতে ৰতাঃ**' (গীতা ৫/২৫, ১২/৪) 'জীৱ মাত্ৰৰেই মঙ্গল চিন্তা কৰা।" অধিকাৰ, পদ ইত্যাদি কিছুদিনৰ বাবে পোৱা যায়, চিৰদিনৰ বাবে নাথাকে। গতিকে সকলোৰে লগত ভাল ব্যৱহাৰ কৰা।

---

## ২৫. সকলোৰে দাতা ৰাম

বহুত দিন আগৰ কথা। বাদচাহ আকবৰে তেওঁৰ সঙ্গীসকলক লৈ জঙ্গলত চিকাৰ কৰিবলৈ গৈছিল। দৈৱক্ৰমে তেওঁ জঙ্গলত বাট হেৰুৱাই পেলালে। গৈ গৈ তেওঁ এখন খেতি পথাৰ দেখা পালে। তাৰ সমুখতে দেখিলে এজন খেতিয়কৰ ঘৰ। তেওঁ খেতিয়কজনৰ ওচৰলৈ গৈ ক'লে, "ভাই, মোৰ বৰ ভোক লাগিছে আৰু পানী পিয়াহো লাগিছে, তুমি যদি খাবৰ বাবে কিবা অলপ আৰু পানী দিয়া, তেনেহ'লে বাচি যাওঁ। মই এই ৰাজ্যৰ এজন কৰ্মচাৰী।"

খেতিয়কজনে ক'লে, "ভাল কথা, তেনেহ'লেতো তুমি মোৰ মালিক।" এইবুলি তেওঁ ৰুটি আৰু পানী আনি দিলে। খেতিত কুঁহিয়াৰ হৈছিল, তাৰপৰা ৰস বাহিৰ কৰি তেওঁক খাবলৈ দিলে। জিৰণি ল'বৰ বাবে এখন ৰচিৰ খাট আনি দিলে। বাদচাহে বৰ আনন্দ পালে। জিৰণি লৈ লৈ তেওঁ

ভাবিলে, "এনেকুৱা চৰবততো মই কেতিয়াও খোৱা নাই, ৰুটিখিনিও বেচ মিঠা।"

আচলতে বাদচাহ ভোকত বৰ আতুৰ হৈ আছিল, ক্ষুধাত শুকান ৰুটিও ভাল লাগে।

বাদচাহৰ যেতিয়া বিদায় ল'বৰ হ'ল তেতিয়া তেওঁ খেতিয়কজনক মাতি ক'লে,— "শুনা, তোমাৰ যদি কোনোবাদিন কোনো দৰ্কাৰ হয়, তেনেহ'লে দিল্লীহৈ আহি যাবা। মোৰ নাম আকবৰ, কাৰোবাক সুধিলে মোৰ ঘৰ দেখুৱাই দিব।" তেওঁ আকৌ ক'লে,— "দোৱাত-কলম আৰু কাগজ লৈ আঁহা, মই কিবা লিখি দি যাওঁ।"

খেতিয়কজনৰ ঘৰত কোনো কলম-দোৱাত আৰু কাগজ নাছিল। খেতি কৰা লোক, পঢ়া-শুনাৰ কথাই নাই। এটা ভঙা মাটিৰ কলহ আছিল, খেতিয়কজনে তাৰেই এটা টুকুৰা আৰু এটুকুৰা এঙাৰ আনি বাদচাহৰ সমুখত ৰাখিলে। আকবৰে সেই কলহৰ টুকুৰাতে নিজৰ নাম লিখি চহী কৰি দিলে আৰু খেতিয়কক ক'লে, "যিদিনা মোৰ লগত দেখা কৰিবলৈ যাবা, এই টুকুৰাটো লগত লৈ যাবা।"

খেতিয়কজনে কলহৰ সেই ভগা টুকুৰাটো ঘৰৰ কোণা এটাত ৰাখি থ'লে। বহুবছৰ সেইটো তেনেকৈয়ে পৰি ৰ'ল।

এবাৰ দেশত আকাল হ'ল। বৰষুণ নাছিল, ফচলো নহ'ল। খেতিয়কজন বৰ কষ্টত পৰিল। নিজৰ খোৱাটো যোগাৰ কৰিবই পৰা নাছিল, গৰু-ম'হৰ বাবেও ঘাঁহ-খেৰ যোগাৰ কৰা অসুবিধা হ'ল। পানীৰো বৰ অভাৱ হ'ল। তেতিয়া খেতিয়কজনৰ ঘৈণীয়েকে তেওঁক ক'লে, "এদিনযে এজন ৰজাৰ লোক আমাৰ ঘৰলৈ আহিছিল, তেওঁ কৈছিল নহয়, দৰকাৰ হ'লে দিল্লীলৈ গৈ লগ কৰিবলৈ। তেওঁৰ ওচৰলৈ এবাৰ যাওকচোন।"

ঘৈণীয়েকৰ কথামতে খেতিয়কজনে সেই কলহৰ টুকুৰাটো লগত লৈ দিল্লীলৈ ৰাওনা হ'ল। দিল্লী পাই তেওঁ সকলোকে সুধিবলৈ ধৰিলে, "আকবৰ নামৰ মানুহজনৰ ঘৰ কোনটো?"

আকবৰৰ নাম শুনি এজনে বাদচাহৰ ৰাজপ্ৰাসাদলৈ দেখুৱাই দিলে।

খেতিয়কজনে ৰাজপ্ৰাসাদৰ সমুখলৈ গৈ প্ৰহৰীক সুধিলে, "এইটো আকবৰৰ ঘৰ নেকি?"

প্ৰহৰীসকলে ধমক দি ক'লে, "কি কৈছ তই? ভদ্ৰভাৱে ক'।"

খেতিয়কজনে নিজৰ ভাষাত সৰল মনেৰে কলহৰ ভগা টুকুৰাটো দেখুৱাই ক'লে,— "যোৱা না ভাই, গৈ আকবৰক কোৱা যে তোমাক এজন মানুহে লগ পাব বিচাৰিছে।"

প্ৰহৰীসকলে কলহৰ টুকুৰাটো দেখি চমক খাই উঠিল। সিহঁতে দেখিলে যে তাত স্বয়ং বাদচাহৰ স্বাক্ষৰ আছে। সিহঁতে বাদচাহক গৈ কথাটো ক'লে,— "জাহাপনা, এজন গাঁৱৰ মানুহে আপোনাক লগ কৰিব আহিছে। মানুহজনে ভদ্ৰভাৱে কথাও ক'ব নাজানে"। — এইবুলি কৈ সিহঁতে খেতিয়কজনে দিয়া কলহৰ টুকুৰাটো বাদচাহক দেখুৱালে। সেইটো দেখি বাদচাহে খেতিয়কজনক মাতি আনিবলৈ ক'লে। আকবৰে তেতিয়া সিংহাসনৰ ওপৰত বহি আছিল। তাকে দেখি খেতিয়কে ক'লে,— "আকবৰ, তুমিতো বহুত ওপৰত বহি আছা।"

আকবৰে ক'লে, "আহা ভাই, তুমি বহা।" এইবুলি আকবৰে সিংহাসনৰ পৰা নামি আহি আকৌ ক'লে, ভাই, তুমি অলপ সময় অপেক্ষা কৰা, মই নামাজ পঢ়ি লওঁ, তাৰ পিছত তোমাৰ লগত কথা পাতিম। এতিয়া নামাজৰ সময় হৈ গৈছে, সেয়ে নামাজ আগতে পঢ়ি লওঁ।"

খেতিয়কে দেখিলে আকবৰে কাপোৰ এখন পাৰি তাৰ ওপৰত উঠিছে আৰু বহিছে। আকবৰৰ নামাজ পঢ়া শেষ হোৱাত খেতিয়কে তেওঁক সুধিলে,— "সেয়া তুমি কি কৰিছিলা?"

বাদচাহে উত্তৰ দিলে,— "মই পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছিলো।"

খেতিয়কজনে ক'লে,— "মই একো বুজিব নোৱাৰিলোঁ।"

আকবৰে ক'লে,— "আমাৰ ওপৰত ভগৱান আছে, এয়া হৈছে তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰা।"

খেতিয়কজনে সুধিলে,— "এইদৰে কিমানবাৰ কৰিব লাগে?"

আকবৰে ক'লে,— "দিনে পাঁচবাৰ কৰিব লাগে। যি মালিকে এই

পৃথিৱীত সকলো কিছু দি ৰাখিছে তেওঁৰ ওচৰত এনেদৰে দয়া ভিক্ষা কৰিব লাগে।"

খেতিয়কে ক'লে,— "মইতো এবাৰো প্ৰাৰ্থনা নকৰোঁ, তথাপিও তেওঁ সকলো দি ৰাখিছে। তুমি পাঁচবাৰ প্ৰাৰ্থনা কৰিব লাগে। ঠিক আছে, তেনেহ'লে মই আহো ভাই, জয় ৰাম।"— এইবুলি খেতিয়কজনে যাবৰ বাবে থিয় হ'ল। বাদচাহে তেওঁক মাতি ক'লে,— "কিয় আহিছিলা, একোৱেই নক'লা দেখোন?"

খেতিয়কে ক'লে, — "দেশত আকাল। বৰ কষ্টত পৰিছিলো। মোৰ পত্নীয়ে ক'লে,— আপুনি দিল্লীলৈ যাওক, সেয়েহে আহিছিলো। আহি দেখিলো, তুমি নিজেই টকা-পইচাৰ বাবে দিনে পাঁচবাৰ নামাজ পঢ়িছা। তেনে ক্ষেত্ৰত মই তোমাৰ পৰানো কি বিচাৰিম? মই একোৱেই কৰিব নালাগে, তথাপিও পৰমেশ্বৰে মোক সকলো দিয়ে, তেনেহ'লে তোমাৰ পৰানো মই কি ল'ম।"

বাদচাহে ক'লে,— "ভাই, তোমাক যি লাগে লৈ যোৱানা।"

খেতিয়কে ক'লে,— "নাই, নাই, তুমি ইমান কষ্ট কৰি পোৱা বস্তু মইনো কিদৰে লৈ যাওঁ?"— এইবুলি তেওঁ ঘৰলৈ ঘূৰি আহিল। সুদাহাতে তেনেকৈ ঘৰলৈ ঘূৰি অহাত ঘৈণীয়েকে খেতিয়কজনক সুধিলে,— "কি হ'ল?"

খেতিয়কজনে ক'লে,— "কিনো হ'ব? ঈশ্বৰেই সকলোৰে প্ৰভু, গতিকে তেওঁ মোৰো। তেনে ক্ষেত্ৰত এনে মানুহৰ পৰানো কি ল'ম যি নিজেই ভিখাৰী। ঈশ্বৰৰ প্ৰতি ভৰষা ৰাখা আৰু তেওঁক স্মৰণ কৰা।"

ইয়াৰ কিছুদিন পিছত কেইজনমান চোৰে চুৰি কৰাৰ ফন্দি পাতিলে। খেতিয়কজনৰ ঘৰৰ কাষতেই তেওঁৰ গোহালি ঘৰটো আছিল। তাতে চোৰকেইটা লুকাই থাকিল। ঘৰৰ ভিতৰত তেতিয়া খেতিয়ক আৰু তেওঁৰ ঘৈণীয়েকৰ মাজত কথা-বাৰ্তা হৈছিল। ঘৈণীয়েকে ক'লে, "আপুনি দিল্লীলৈ গৈছিলে, কিন্তু একোৱেই নানিলে।"

খেতিয়কে ক'লে, "কি আনিম? মোৰ লগত টকা-পইচা একোৱে নাছিল।"

খেতিয়কৰ পত্নীয়ে ক'লে,— "কিবা ৰোজগাৰতো কৰিব পাৰিলেহেঁতেন।"

খেতিয়কে ক'লে,— "ভগৱানৰ ওপৰতে সকলো এৰি দিছো। তেওঁ কিবা দিলে, তাকেই ল'ম।"

খেতিয়কৰ পত্নীয়ে ক'লে,— "তেনে কৰিলে হ'ব জানো? কিবা কাম-কাজতো কৰিব লাগিব।"

খেতিয়কে তেতিয়া ক'লে,— কাম-কাজ নকৰিলেও ধন পোৱা যায়, কিন্তু মই সেয়া নলওঁ। ভগৱানৰ যদি ইচ্ছা হয় তেনেহ'লে ঘৰলৈ পঠিয়াই দিব।"

দুয়োজনে এনেদৰে কথা-বাৰ্তা পাতি থাকিল। খেতিয়কে তেওঁৰ পত্নীক ক'লে,— "ধৈৰ্য ধৰা, এতিয়াতো ভাল বৰষুণ হৈছে, খেতি কৰিম। চাবা সকলো ঠিক হৈ গৈছে, কোনো চিন্তা নাই। মইতো ভগৱানৰ ভৰষাতেই আছোঁ, কাৰো পৰা একো নলওঁ। ভগৱানৰ দিয়াৰ পথ অনেক, যেতিয়া দিয়ে ঢালি-বাকি দিয়ে।"

খেতিয়কে আকৌ ক'বলৈ ধৰিলে,— "আজিৰ ঘটনাটোৰ কথাই কওঁ, নদীৰ কাষলৈ মই ৰাতিপুৱাই গৈছিলো। দেখিলো নদীত বান আহিছে। পানী খুব বাঢ়িছিল। তেতিয়া দেখিলো নদীৰ পাৰৰ এচপৰা মাটি খহি পৰিছে আৰু দেখা গ'ল পাৰৰ মাটিত এটা কলহ পোত খাই আছে। সেইটো মই খুলি দেখিলো তাত অনেক সোণ, মোহৰ আৰু যে কত' কি ভৰোৱা আছে। মই ভাবিলো এইবোৰতো মই নিয়া উচিত নহ'ব, ঈশ্বৰে নিজে পঠালেহে ল'ম। কোনে জানে সেইবোৰ কাৰ? সেয়েহে ঢাকোনখন আকৌ লগাই দি গুচি আহিলো।"

তেওঁৰ পত্নীয়ে ক'লে,— কি আচৰিত, কলহটো ক'ত থৈ আহিল?"

খেতিয়কে ক'লে,— "সেইয়ে, য'ত এজোপা জামুক গছ আছে, ঠিক তাৰ তলতে।"

চোৰ কেইজনে গোহালিত বহি বহি তেওঁলোকৰ কথা শুনি আছিল। সিহঁতে কোৱা-কুই কৰিলে,— "খেতিয়কতো ভাল মানুহ। ব'ল আমি তালৈকে যাওঁ, আজি আৰু চুৰি কৰাৰ দৰ্কাৰ নাই। চুৰি কৰিবলৈ গ'লে ধৰা পৰাৰ ভয় আছে। যি পাবৰ আছে, তাতেই পাই যাম।"— এইবুলি সিহঁতে নদীৰ পাৰৰ সেই জামুকগছজোপাৰ তললৈ গ'ল। তাত গৈ সঁচাকৈয়ে এটা কলহ দেখা পালে। এতিয়া কথা হ'ল কি, কলহৰ ঢাকনিখন অলপ খোল খাই গৈছিল আৰু এটা সাপ কলহটোৰ ভিতৰলৈ ঢাকনিৰ ফাঁকটোৰে সোমাই গৈছিল। যেতিয়াই চোৰকেইজনে কলহৰ ঢাকোন খুলিলে তেতিয়াই সাপটোৱে ফোঁচ কৰি উঠিল। চোৰকেইজনে ভয়তে তাৰাতাৰি কলহৰ ঢাকোন মাৰি পিছুৱাই আহিল। সিঁহতে ভাবিলে, "খেতিয়কজনে নিশ্চয় সিহঁতক লুকাই থকা দেখা পাইছিল, সেয়েহে সিহঁতক মাৰিবৰ বাবে এইবোৰ কথা সাজি কৈছে। বলচোন, এই কলহটো তাৰ ঘৰতেই পেলাই থৈ আহোঁ।"

চোৰহঁতে কলহৰ ঢাকনিখন ভালদৰে মাৰি খেতিয়কজনৰ ঘৰলৈ লৈ আহিল। তেওঁলোক স্বামী-স্ত্ৰী দুয়োজনে তেতিয়া শুই পৰিছিল। চোৰকেইজনে তেওঁলোকৰ ঘৰৰ চাল ফুটা কৰি কলহটো উল্টা কৰি ঢালি দিলে। কলহৰ ভিতৰত যিমান যি আছিল সকলো ঘৰৰ ভিতৰত পৰিল। ওপৰৰ পৰা প্ৰথমে সাপটো পৰিল, তাৰ ওপৰত যত' সোণৰ মোহৰ আছিল সেয়া পৰিল, শেষত কলহটোও পৰিল। সাপটো সেইবোৰৰ হেঁচাতেই মৰি থাকিল।

ভগৱানে এইদৰেই ঢালি-বাকি দিয়ে। ৰাতিপুৱা খেতিয়ক আৰু তেওঁৰ ঘৈণীয়েকে উঠি দেখিলে সোণ আৰু মোহৰেৰে তেওঁলোকৰ ঘৰ ভৰ্তি। তেনেহ'লে কাৰ ওচৰত কি বিচাৰিব? ভগৱানে কেনেকৈযে দিয়ে সেয়া কোনেও নাজানে। যিয়ে ভগৱানৰ ওপৰত ভৰষা ৰাখে তেওঁ খালি হাতে থাকিব নালাগে। কোনো এটা সময় হয়তো ভোকত থাকিব পাৰে, পিন্ধিবলৈ কাপোৰৰ অভাৱ হ'ব পাৰে, জনসমাজত অপমানো পাব পাৰে, কিন্তু

এইবোৰৰ পৰা তেওঁৰ কোনো দুখ নহয়। যিয়ে ভগৱানৰ ওপৰত এবাৰ ভৰষা ৰাখিছে তেওঁ সকলো অৱস্থাতেই সন্তুষ্ট থাকে।

## ২৬. মুক্তিৰ উপায়

পুৰাণ ভাৰতীয় সংস্কৃতিৰ এক অমূল্য সম্পদ। মানৱ জীৱনৰ উৎকৰ্ষতা লাভৰ উপযুক্ত বহু বিচিত্ৰ সুন্দৰ সুন্দৰ উপাখ্যান সহজ আৰু সৰল ভাষাত লিপিবদ্ধ কৰা হৈছে। সেইবোৰৰ তাৎপৰ্য হ'ল হিংসা-দ্বেষবৰ্জিত হৈ নিজৰ কৰ্তব্য পালন আৰু ঈশ্বৰ লাভ কৰা। পদ্মপুৰাণৰ ভূমি খণ্ডত এই ধৰণৰ এটি সুন্দৰ কাহিনী আছে—

অমৰকণ্টক তীৰ্থত সোম শৰ্মা নামেৰে এজন ব্ৰাহ্মণে বাস কৰিছিল। তেওঁৰ পত্নী সুমনা আছিল সাধ্বী, পতিব্ৰতা ৰমণী। তেওঁলোকৰ কোনো সা-সন্তান নাছিল। সংসাৰততো অভাৱৰ শেষ নাছিল। এনেয়ে সন্তানৰ অভাৱ তাতে আকৌ সংসাৰত অভাৱ-অনাটন। সোম শৰ্মাই বৰ দুখেৰে কাল অতিবাহিত কৰিছিল।

স্বামীক চিন্তিত হৈ থকা দেখি এদিন সুমনাই তেওঁক ক'লে, "আপুনি চিন্তা ত্যাগ কৰক। কাৰণ চিন্তাৰ দৰে কষ্টদায়ক অইন একোৱেই নাই। স্ত্ৰী, পুত্ৰ আৰু ধনৰ চিন্তা কেতিয়াও কৰিব নালাগে। এই সংসাৰত জীৱৰ জন্ম পূৰ্বজন্মৰ ঋণৰ কাৰণে অৰ্থাৎ কাৰোবাৰ ঋণ পৰিশোধৰ বাবে অথবা কাৰোবাৰ পৰা ঋণ আদায়ৰ বাবে হৈ থাকে। পিতৃ-মাতৃ, স্ত্ৰী-পুত্ৰ, ভাই-ভনী, বন্ধু, আত্মীয়, দাস-দাসী প্ৰভৃতি সকলোৱে নিজ নিজ ঋণবদ্ধতাৰ বাবেই এই পৃথিৱীত জন্ম লৈ আমাৰ সৈতে সম্পৰ্কযুক্ত হয়। কেৱল মানুহেই নহয়, পশু-পক্ষীও সেই ঋণবদ্ধতাৰ বাবেই এই পৃথিৱীলৈ আহে।"

"সংসাৰত শত্ৰু, মিত্ৰ আৰু উদাসীন— এই তিনি ধৰণৰ পুত্ৰ জন্ম লয়। শত্ৰু ভাবাপন্ন পুত্ৰ আকৌ দুই ধৰণৰ হয়— এক, পূৰ্বজন্মত কাৰোবাৰ

ওচৰত কোনোৱে ঋণ লৈছিল কিন্তু পৰিশোধ কৰা নাই, সেয়েহে পৰজন্মত তেওঁ সেই ঋণ গ্ৰহণকাৰীৰ পুত্ৰ হৈ জন্ম লয়। দুই— পূৰ্বজন্মত কোনোৱে অন্যৰ ওচৰত কিছু জমা ৰাখিছিল, কিন্তু জমাধন ঘূৰাই পোৱা নাই। যাৰ ওচৰত ধন জমা কৰি ৰখা হৈছিল তেওঁ ঘূৰাই নিদি আত্মসাৎ কৰিছে। সেয়েহে পৰজন্মত জমাকাৰী ধন আত্মসাৎকাৰীৰ পুত্ৰ হৈ জন্ম লয়। এই দুই ধৰণৰ পুত্ৰই সৰুকালৰ পৰাই পিতৃ-মাতৃৰ প্ৰতি শত্ৰু ভাবাপন্ন হয় আৰু ব্যৱহাৰো তেনে ধৰণেই কৰে। ডাঙৰ হ'লে সিহঁতে পিতৃ-মাতৃৰ অৰ্থ-সম্পদ মিছাই নষ্ট কৰে। আকৌ যেতিয়া বিয়া কৰায় তেতিয়া পিতৃ-মাতৃক কয়, "এই ঘৰ-মাটি সকলো মোৰ, তোমালোকৰ ইয়াত অধিকাৰ নাই।" এইধৰণে সিহঁতে মাক-দেউতাকক নানাভাৱে দুখ দিয়ে। এনে সন্তানে মাক-দেউতাকৰ মৃত্যুৰ পিছত শ্ৰাদ্ধ পৰ্যন্ত নকৰে।

মিত্ৰ ভাবাপন্ন যিসকল, তেওঁলোকে বাল্যকালৰ পৰাই পিতৃ-মাতৃৰ লগত ভাল ব্যৱহাৰ কৰে। তেওঁলোকক খুব ভাল পায়, তেওঁলোকৰ মঙ্গল চিন্তা কৰে। পিতৃ-মাতৃৰ মৃত্যুৰ পিছত শ্ৰাদ্ধ, তৰ্পণ, তীৰ্থ, দান, ধ্যান ইত্যাদি কৰে। যিসকল উদাসীন স্বভাৱৰ তেওঁলোকে সদায় উদাসীন ভাৱেই দিন কটায়। তেওঁলোকে একো নিদিয়েও, নলয়ও। নিজে কোনো কথাতেই ৰুষ্ট নহয়, মাক-বাপেককো ৰুষ্ট নকৰে। তেওঁলোকক যেনেদৰে সুখ দিবৰ চেষ্টা নকৰে, তেনেদৰে দুখ দিবৰো চেষ্টা নকৰে।[১]

পুত্ৰ যেনেদৰে তিনি ৰকমৰ হয় তেনেদৰে মাতৃ, পিতৃ, স্ত্ৰী, পুত্ৰ, ভাই-ভনী, চাকৰ, প্ৰতিবাসী, বন্ধু-বান্ধৱ তথা গৰু, ম'হ, ঘোঁৰা আদিও তিনি ধৰণৰ হয়। এই সকলোৰে সৈতে আমাৰ যি সম্বন্ধ হয় সেয়া সেই ঋণবদ্ধতাৰ বাবেই হৈ থাকে।

প্ৰিয়তম ! মানুহৰ যেতিয়া অৰ্থাগম হয় তেতিয়া বিনা পৰিশ্ৰমে, বিনা কাৰণে হয়। আকৌ যেতিয়া যাবৰ সময় হয় তেতিয়া ৰাখিবৰ বাবে হাজাৰ

(১) যেনে—কোনো এজন ব্যক্তিয়ে সাধু মহাৰাজৰ খুব সেৱা কৰে। মৃত্যুকালত কোনো কাৰণে সাধুবাবাৰ যদি সেই সেৱকজনৰ কথা মনত পৰে তেনেহ'লে সাধুবাবাক মৃত্যুৰ পিছত সেই সেৱকজনৰ ঘৰত জন্মগ্ৰহণ কৰিব লাগে। এই ধৰণৰ সন্তানে উদাসীনভাৱে জীৱন যাপন কৰে।

চেষ্টা কৰিলেও ৰাখিব নোৱাৰে, ধন গুচি যায়। এই সকলো বুজি আপোনাৰ অৰ্থৰ চিন্তা কৰা উচিত নহয়। বস্তুতঃ ধৰ্ম পালন কৰিলেই পুত্ৰ আৰু ধন লাভ হয়। এই সংসাৰত যিসকলে ধৰ্মাচৰণ কৰে, তেওঁলোকেই সুখী হয়। গতিকে আপুনি ধৰ্মৰ অনুষ্ঠান কৰক। যি ব্যক্তিয়ে কায়মনোবাক্যে ধৰ্মাচৰণ কৰে তেওঁৰ এই জগতত একো বস্তুৱেই অলভ্য হৈ নাথাকে।"

ইমান সময়ে এই সকলো কথা কোৱাৰ পিছত সুমনাই ধৰ্মৰ স্বৰূপ তথা ধৰ্মৰ আনুষঙ্গিক সকলো দিশ বিস্তাৰিতভাৱে সোম শৰ্মাৰ ওচৰত বৰ্ণনা কৰিলে। সেয়া শুনি সোম শৰ্মাই তেওঁৰ পত্নীক সুধিলে, "তুমি ইমানবোৰ গূঢ় তত্বৰ কথা ক'ত শিকিলা?"

সুমনাই ক'লে,— "আপুনিতো জানে, মোৰ দেউতা খুব ধৰ্মপৰায়ণ আৰু শাস্ত্ৰজ্ঞ পণ্ডিত আছিল। বহু সাধু-সন্তই দেউতাক খুব সন্মান কৰিছিল, ভাল পাইছিল। তেওঁ নিজেও সাধু-সন্তৰ কাষলৈ গৈছিল আৰু তেওঁলোকৰ লগত ভগৱৎ চৰ্চা কৰিছিল। মই তেওঁৰ একমাত্ৰ ছোৱালী, সেইবাবে তেওঁ মোক খুব মৰম কৰিছিল আৰু অনেক সৎসঙ্গলৈ লগত লৈ গৈছিল। এইদৰেই সৎসঙ্গৰ প্ৰভাৱত মোৰ ধৰ্মৰ বিষয়ে এই ধৰণৰ তত্বজ্ঞান হৈছে।"

এইকথা শুনি সোম শৰ্মাই সুমনাৰ পৰা সুপুত্ৰ লাভৰ উপায় বিচাৰিলে। সুমনাই ক'লে, "আপুনি মহৰ্ষি বশিষ্ঠৰ ওচৰলৈ যাওক আৰু তেওঁক সোধক। তেওঁৰ কৃপাত আপোনাৰ গুণবান সন্তান লাভ হ'ব পাৰে।"

পত্নীৰ মুখত এইকথা শুনি সোম শৰ্মাই মহৰ্ষি বশিষ্ঠৰ ওচৰলৈ গ'ল আৰু তেওঁক সুধিলে,— "প্ৰভু, কি পাপৰ বাবে মই পুত্ৰ আৰু ধন লাভৰ পৰা বঞ্চিত, কি কৰিলে মোৰ পাপ ক্ষয় হ'ব কওক।"

মহৰ্ষিয়ে ক'লে,— "পূৰ্বজন্মত তুমি খুব লোভী আছিলা আৰু সদায় সকলোকে হিংসা কৰিছিলা। তুমি কেতিয়াও তীৰ্থ ভ্ৰমণ, পূজা, দান ইত্যাদি কোনো শুভকৰ্মই কৰা নাছিলা। ঘৰত শ্ৰাদ্ধাদি কৰা দিনত তুমি বাহিৰলৈ গুচি গৈছিলা। টকাই আছিল তোমাৰ একমাত্ৰ লক্ষ্য। তুমি ধৰ্মৰ আশ্ৰয় ত্যাগ কৰি ধনৰ আশ্ৰয় লৈছিলা। সেইকাৰণে দিনে-ৰাতিয়ে কেৱল ধনৰ

চিন্তাতে মগ্ন আছিলা। কোটি টকা উপাৰ্জন কৰিও তোমাৰ ধনৰ পিপাসা কমা নাছিল বৰং দিনে দিনে বাঢ়িহে গৈছিল। তুমি জীৱনত যিমান ধন উপাৰ্জন কৰিছিলা সেয়া সকলো মাটিত পুতি ৰাখিছিলা। স্ত্ৰী-পুত্ৰই বিচাৰিও তোমাৰ পৰা একো পোৱা নাছিল। আনকি টকা-পইচা ক'ত ৰাখিছিলা মৰাৰ সময়ত সেয়াও তুমি তেওঁলোকক কোৱা নাছিলা। ধনৰ মোহত তুমি তোমাৰ ল'ৰাটোকো মৰম কৰিবলৈ পাহৰি গৈছিলা। এই সকলোবোৰ কৰ্মৰ ফলতে তুমি এই জীৱনত দৰিদ্ৰ আৰু অপুত্ৰক হৈছা। হঁা, এবাৰ তুমি এক বিষ্ণুভক্ত ব্ৰাহ্মণ অতিথিক খোলা মনেৰে সেৱা কৰিছিলা। তাৰ লগতে তোমালোক স্বামী-স্ত্ৰীয়ে একাদশীৰ ব্ৰত পালন আৰু ভগৱান বিষ্ণুৰ পূজা কৰিছিলা। তাৰ ফল স্বৰূপে তুমি উত্তম ব্ৰাহ্মণ বংশত জন্ম গ্ৰহণ কৰিছা আৰু বিদুষী স্ত্ৰী লাভ কৰিছা। বৎস, উত্তম স্ত্ৰী, বংশ, ৰাজ্য, ধন, সুখ, মোক্ষ আদি যিবোৰ দুৰ্লভ বস্তু সেয়া ভগৱান বিষ্ণুৰ কৃপাতেই লাভ হয়। গতিকে তুমি ভগৱান বিষ্ণুৰ শৰণ লোৱা আৰু তেওঁৰ ভজন কৰা।"

মহৰ্ষি বশিষ্ঠৰ এই ধৰণৰৰ উপদেশ পাই সোম শৰ্মা আৰু তেওঁৰ পত্নী সুমনাই ঈশ্বৰৰ ভজনাত মন-প্ৰাণ সমৰ্পণ কৰিলে। উঠোতে-বহোতে, শোৱতে-জাগোতে সৰ্বক্ষণে তেওঁলোকৰ ঈশ্বৰ চিন্তা। যিমান ডাঙৰ বিপদ-আপদেই নাহক কিয় তেওঁলোকে কোনোভাবেই তাৰ পৰা বিচলিত নহ'ল। ভগৱানৰ প্ৰতি তেওঁলোক এই ধৰণৰ ভক্তি দেখি ভগৱান বিষ্ণুই স্বয়ং তেওঁলোকক দৰ্শন দিলে। বিষ্ণুৰ বৰত তেওঁলোকৰ মনুষ্যলোকৰ যাৱতীয় সুখ আৰু ভগৱদভক্ত, ধৰ্ম পৰায়ণ এক পুত্ৰ লাভ হ'ল।

সোম শৰ্মাৰ পুত্ৰৰ নাম সুব্ৰত। বাল্যকালৰ পৰাই সুব্ৰত ভগৱানৰ একান্ত অনুৰাগী। খেলাৰ সময়তো সি বিষ্ণুৰ ধ্যানত মগ্ন আছিল। যেতিয়া মাক সুমনাই তাক খাবলৈ মাতে তেতিয়া সি কৈছিল,— "মা, ভগৱানৰ চিন্তা পৰম অমৃত, মইতো সকলো সময়তে সেয়া পান কৰিয়েই থাকো।"

সুব্ৰতক মিঠাই, সন্দেশ খাবলৈ দিলেও সি প্ৰথমে ভগৱানলৈ আগবঢ়াই কৈছিল,— "প্ৰভু, এই ভোগ গ্ৰহণ কৰি তুমি তৃপ্ত হোৱা।"

শুবলৈ যাওতে ধ্যান কৰি সি কৈছিল,— “মই যোগেশ্বৰ ভগৱান শ্ৰীকৃষ্ণৰ শৰণ লৈছোঁ।”

সেইদৰে খাবৰ সময়ত, কাপোৰ পিন্ধাৰ সময়ত, বঁহোতে, শোঁৱতে সকলো সময়তে তেওঁ ঈশ্বৰ চিন্তাত মগ্ন থাকিছিল আৰু সকলো ঈশ্বৰক অৰ্পণ কৰিছিল।

যৌৱন কালতো তেওঁৰ ভোগৰ আসক্তি নাছিল। ভোগ ত্যাগ কৰি সদায় ভগৱানৰ ভজনাতে নিজকে ব্যস্ত ৰাখিছিল। ভগৱান বিষ্ণুৱে তেওঁৰ ওপৰত সন্তুষ্ট হৈ তাক দেখা দি ক'লে, “বৎস সুব্ৰত, কোৱা কি বৰ লাগে?”

সুব্ৰতই হাতযোৰ কৰি প্ৰাৰ্থনা কৰি কৈছিল,— “হে প্ৰভু, যদি আপুনি মোৰ ওপৰত প্ৰসন্ন হৈছে তেনেহ'লে মোৰ মাতৃ আৰু পিতৃক সশৰীৰে আপোনাৰ পৰম ধাম বৈকুণ্ঠলৈ লৈ যাওক আৰু তেওঁলোকৰ লগতে মোৰ স্ত্ৰীকো মোৰ সৈতে আপোনাৰ আলয়লৈ লৈ যাওক।

ভগৱানে সুব্ৰতৰ ভক্তিত সন্তুষ্ট হৈ তাক প্ৰাৰ্থিত বৰদান কৰিলে। এইদৰে পুত্ৰৰ ভক্তিৰ প্ৰভাৱত সোম শৰ্মা আৰু সুমনাৰ বৈকুণ্ঠ প্ৰাপ্তি হ'ল।

এই উপাখ্যানৰ বিশেষ তাৎপৰ্য এয়ে যে, এই সংসাৰত কোনোৱে ঋণ পৰিশোধৰ বাবে, কোনোৱে ঋণ আদায়ৰ বাবে জন্ম গ্ৰহণ কৰে। কাৰণ জীৱনত অনেকৰ পৰাই লোৱা হৈছে, অনেককে দিয়া হৈছে আৰু এই দিয়া-নিয়া বহু জন্ম ধৰি চলি আহিছে। ইয়াৰ ধাৰা ৰোধ নকৰা পৰ্যন্ত জন্ম আৰু মৰণৰ হাতৰ পৰা আমাৰ নিস্তাৰ নাই। সংসাৰত আমাৰ পিতৃ-মাতৃ, স্ত্ৰী, পুত্ৰ, তথা পশু-পক্ষীৰ লগত যি সম্বন্ধ, সেয়া এই লেনদেনৰ বাবেই সম্ভৱ হৈছে। গতিকে মানুহৰ এইবোৰৰ পৰা মোহ-মমতা ত্যাগ কৰি কেৱল কৰ্তব্য পালন কৰা উচিত। অৰ্থাৎ তেওঁলোকৰ সেৱা কৰা, তেওঁলোকক যথাশক্তি সুখত ৰাখা।

এতিয়া এই প্ৰশ্ন আহিব পাৰে যে আমি তেনেহ'লে অন্যৰ লগত যি শত্ৰুতা কৰো, তাত আমাৰ পুনৰায় দোষ অৰ্জন হ'ব কিয়? কিয়নো আমি এই ধৰণৰ ব্যৱহাৰতো পূৰ্বজন্মৰ ঋণবদ্ধতাৰ বাবেই কৰিছো। ইয়াৰ সমাধান

এয়ে যে মনুষ্যদেহ বিবেকপ্ৰধান, গতিকে বিবেক-বিচাৰৰ দ্বাৰা আমি শত্ৰুতাকাৰীক ক্ষমা কৰি দিব পাৰো। শত্ৰুতাৰ সলনি তেওঁৰ লগত সদ্ব্যৱহাৰ কৰিব পাৰো।[১]

মনুষ্য দেহ শত্ৰুতাৰ প্ৰতিশোধ লোৱাৰ বাবে নহয় বৰং জন্ম-মৃত্যুৰ হাতৰ পৰা চিৰমুক্তি পোৱাৰ বাবেহে। আমি যদি পূৰ্বজন্মৰ ঋণবদ্ধতাৰ দৰে কেৱল লেনদেনেই চলাই যাওঁ, তেনেহ'লে কোনোদিনেই মুক্ত হ'ব নোৱাৰিম। এই লেনদেনৰ চক্ৰ ৰোধ কৰাৰ একমাত্ৰ উপায় হ'ল নিঃস্বাৰ্থভাৱে অন্যৰ মঙ্গলৰ বাবে কাম কৰা। অন্যৰ মঙ্গলৰ বাবে কাম কৰিলে পূৰ্বজন্মকৃত ঋণ ক্ষয়প্ৰাপ্ত হয় আৰু পৰিৱৰ্তে আকৌ কিবা নিবিচাৰিলে আৰু নতুন ঋণ নহয়। এইদৰে ঋণৰ পৰা মুক্ত হ'লে মানুহে জন্ম-মৃত্যুৰ চক্ৰৰ পৰা উদ্ধাৰ হয়।

মানুহে যদি ভক্ত সুব্ৰতৰ দৰে সৰ্বতোপ্ৰকাৰে ভগৱানৰ সাধনাত নিমগ্ন হয়, তেনেহ'লে তেওঁ সমস্ত ঋণৰ ভাৰৰ পৰা মুক্ত হয় অৰ্থাৎ তেওঁ কাৰো ওচৰত দায়বদ্ধ নাথাকে।[২]

ঈশ্বৰৰ ভজনাৰ প্ৰভাৱত তেওঁ সকলো ঋণৰ পৰা মুক্ত হৈ জন্ম-মৃত্যুৰ চক্ৰৰ পৰা চিৰকালৰ বাবে মুক্তি লাভ কৰি বৈকুণ্ঠবাসী হয়।

---

## ২৭. সৎ পথেৰে উপাৰ্জন

এখন নগৰত এজন অত্যন্ত সদাচাৰী ব্ৰাহ্মণ আছিল। তেওঁৰ সাংসাৰিক অৱস্থা ভাল নাছিল। সেয়ে তেওঁ অতি কষ্টত দিন কটাবলগীয়া হৈছিল।

---

[১] উমা সন্ত কই ইহই বড়াঈ। মন্দ কৰত জো কৰই ভলাঈ।

(শ্ৰীৰামচৰিতমানস ৫/৪১/৪)

[১] দেৱৰ্ষিভূতাপ্তনৃণাং পিতৃণাং ন কিঙ্কৰো নায়মৃণী চ ৰাজন্।
সৰ্বাত্মনা য়ঃ শৰণং শৰণ্যং গতো মুকুন্দং পৰিহৃত্য কৰ্তম্।।

(শ্ৰীমদ্ভাগৱত ১১/৫/৪১)

সেই ৰাজ্যৰ ৰজাও বৰ ধৰ্মপৰায়ণ আছিল। ব্ৰাহ্মণৰ পত্নীয়ে অনেকবাৰ তেওঁক ৰজাৰ ওচৰলৈ যাবৰ বাবে অনুৰোধ কৰিছিল, কিন্তু ব্ৰাহ্মণৰ তালৈ যোৱাৰ মন নাছিল। ব্ৰাহ্মণৰ পত্নীয়ে তেওঁক ইয়াকো কৈছিল যে,— "ৰজাৰ ওচৰততো আপোনাক একো খুজিবলৈ কোৱা নাই। মাথোন এবাৰ তেওঁৰ ওচৰলৈ গৈ দেখা কৰি আহক।"

বাৰে বাৰে কোৱাৰ পিছত ব্ৰাহ্মণে শেষত এবাৰ ৰজাৰ কাষলৈ গ'ল। ৰজাই তেওঁক এজন ত্যাগী গৃহস্থ ব্ৰাহ্মণ বুলি জানি খুব আদৰ-যত্ন কৰিলে আৰু ক'লে,— "মহাশয়, আপুনি আৰু এদিন আহক। আজিতো আপুনি স্বইচ্ছাই আহিছে। কৃপাকৰি এদিন মোৰ ইচ্ছাত আহক।" এইবুলি ৰজাই সেইদিনা তেওঁক স-সন্মানে বিদায় দিলে।

ঘৰলৈ ঘূৰি আহিলত ব্ৰাহ্মণক তেওঁৰ পত্নীয়ে সুধিলে, "ৰজাই আপোনাক কি দিলে?"

ব্ৰাহ্মণে ক'লে, "কিনো দিলে? তেওঁ ক'লে, আৰু এদিন আহক।"

ব্ৰাহ্মণীয়ে চিন্তা কৰিলে, তেনেহ'লে এইবাৰ কিবা পোৱা যাব। ৰজাই যেতিয়া নিজেই আমন্ত্ৰণ জনাইছে তেতিয়াহ'লে নিশ্চয় কিছু দিব।

ইয়াৰ মাজতে এদিন ৰজাই এজন গৰীৱৰ ছদ্মবেশত নগৰত ঘূৰিবলৈ ধৰিলে। শীতৰ দিন আছিল। এখন কমাৰশালত লোহাৰ কেৰাহী তৈয়াৰ কৰি আছিল। কমাৰক এজন লোকৰ দৰ্কাৰ হৈছিল। ৰজাই তাৰ ওচৰলৈ গৈ কাম বিচৰাত কমাৰে ক'লে, "এক ঘণ্টা কাম কৰিলে দুই পইচা পোৱা যাব।"

ৰজাই তাতেই ৰাজি হ'ল আৰু তেওঁ খুব উৎসাহেৰে দুই ঘণ্টা কাম কৰিলে। ৰজাৰ হাতত জ্বলাবান্ধি গ'ল, অতিপাত ঘামি গ'ল আৰু পৰিশ্ৰমো হ'ল প্ৰচুৰ। কমাৰে তেওঁক চাৰি পইচা দিলে আৰু তাকে লৈ তেওঁ ৰাজপুৰীলৈ ঘূৰি আহিল।

বহুদিন পিছত আকৌ এদিন ব্ৰাহ্মণৰ পত্নীয়ে অনুৰোধ কৰাত ব্ৰাহ্মণ ৰজাৰ ওচৰলৈ গ'ল। ৰজাই তেওঁক বহিবৰ বাবে আসন দিলে আৰু যথেষ্ট

আদৰ-আপ্যায়নেৰে তেওঁৰ সেৱা-সৎকাৰ কৰিলে। যাবৰ সময়ত উপহাৰ স্বৰূপে ব্ৰাহ্মণক চাৰিটা পইচা দিলে। ব্ৰাহ্মণৰ একেবাৰেই লোভ নাছিল। তেওঁ তাতেই অতি খুচি হৈ পইচা চাৰিটা বান্ধি লৈ ঘৰলৈ ঘূৰিল।

ব্ৰাহ্মণীয়ে ভাবি ৰাখিছিল যে আজি অনেক টকা-পইচা পোৱা যাব। কিন্তু ব্ৰাহ্মণে যেতিয়া ব্ৰাহ্মণীৰ হাতত চাৰিটা পইচা তুলি দিলে তেতিয়া ব্ৰাহ্মণীয়ে ক'লে, "ৰজাই আপোনাক এইকেইটা পইচাহে দিলে আৰু আপুনিও তাকে লৈ ঘূৰি আহিল। আপুনি যেনে পণ্ডিত, তেনে আপোনাৰ দানবীৰ ৰজা।" এইবুলি ব্ৰাহ্মণীয়ে পইচা চাৰিটা চোতালত দলিয়াই দিলে।

পিছদিনাখন ৰাতিপুৱা উঠি ব্ৰাহ্মণীয়ে দেখিলে যে চোতালত চাৰিটা সোণৰ দণ্ডৰ উদ্ভৱ হৈছে। সৎপথেৰে উপাৰ্জিত ধনৰ এনেকুৱাই প্ৰভাৱ। দণ্ডবোৰ এনে ধৰণৰ যে নিতৌ কাটি নিয়াৰ পিছতো পুনৰায় পিছদিনাখন নতুনকৈ গজি উঠে। ব্ৰাহ্মণ-ব্ৰাহ্মণীয়ে দণ্ডৰ গুৰিৰ মাটি খুচৰি দেখিলে চাৰিওটা দণ্ডৰ গুৰিত আছে দলিয়াই পেলোৱা পইচা চাৰিটা।

ৰজাই ব্ৰাহ্মণক খাদ্য-সামগ্ৰী দিয়া নাই, কিয়নো ৰজাৰ অন্ন শুদ্ধ নহয়, অপৱিত্ৰ, অসৎ উপায়েৰে আৰ্জিত। ৰজাৰ অৰ্থ মদ ইত্যাদিৰ ওপৰত ধাৰ্য কৰা কৰ, চোৰ-ডকাইত, দুষ্ট ব্যক্তিৰ পৰা দণ্ড স্বৰূপে লোৱা জৰিমনা ইত্যাদি উপায়েৰে আৰ্জিত। এনে ধৰণৰ অশুদ্ধ উপায়েৰে উপাৰ্জিত টকা ব্ৰাহ্মণক দান কৰি ৰজাই তেওঁক ধৰ্মচ্যুৎ কৰিব বিচৰা নাই। সেয়েহে তেনে সৎ উপায়ে নিজ পৰিশ্ৰমেৰে উপাৰ্জিত পইচা চাৰিটা পণ্ডিতক দিছিল।

আপোনালোকেও সৎ উপায়েৰে উপাৰ্জিত অৰ্থহে ধৰ্মীয় কামত ব্যৱহাৰ কৰা উচিত।

## ২৮. অন্যৰ স্বত্ব

অন্যৰ স্বত্ব যেন ভোগ নকৰা— এই বিষয়ে সকলোৱে সতৰ্ক থকা উচিত। সৎপথেৰে স্ব-উপাৰ্জিত অন্নই মন পৱিত্ৰ কৰে আৰু অসৎ পথেৰে

অৰ্থাৎ চুৰি, বঞ্চনা প্ৰভৃতি অন্যায়ভাৱে অৰ্জিত অন্ন গ্ৰহণ কৰিলে মন (অন্তঃকৰণ) চৰমভাৱে কলুষিত হয়।

আজিকালি বিভিন্ন ৰকমৰ কৰৰ সংখ্যা ইমানেই বাঢ়ি গৈছে যে মানুহে ব্যৱসায়ৰ ক্ষেত্ৰত বহু ধৰণৰ ফাঁকিৰ আশ্ৰয় লৈছে। উকিলৰ পৰামৰ্শমতে ব্যৱসায়ীসকলে কৰ ফাঁকি দি টকা বচোৱাৰ চেষ্টা কৰিছে। তেওঁলোকে নাভাবে, এই টকা বচাবলৈ গৈ তেওঁলোকে মনটোক কিমান কলুষিত কৰি পেলাইছে। এই সম্পৰ্কে এটি কাহিনী তলত দিয়া হ'ল।

এজন সাধুবাবাই সকলোকে সৎপথেৰে উপাৰ্জন কৰাৰ পৰামৰ্শ দিছিল। তেওঁৰ ওচৰলৈ এজন ৰজাই প্ৰায়ে অহা-যোৱা কৰিছিল। এদিন সেই ৰজাই সাধুবাবাক সুধিলে,— "বাবা, আপোনাৰ ইয়ালৈ বহুলোক আহে আৰু আপুনিও বহুলোকৰ ঘৰলৈ ভিক্ষা কৰিবলৈ যায়, কওকচোন, এনে কোনো পৰিয়াল দেখিছেনে য'ত সৎপথেৰে কৰা উপাৰ্জনেৰে সংসাৰ চলে।"

সাধুবাবাই ক'লে, "অমুক ঠাইত এজনী বুঢ়ী মা আছে, তেওঁৰ ঘৰৰ অন্ন সৰ্বতোভাৱে শুদ্ধ। তেওঁ যঁতৰত সুতা কাটি হোৱা উপাৰ্জনেৰে জীৱিকা নিৰ্বাহ কৰে। অৰ্থ নাই, খেৰৰ পঁজাঘৰ, তথাপিও তেওঁৰ অন্যৰ বস্তুৰ প্ৰতি কোনো লোভ নাই। সেইকাৰণে তেওঁৰ ঘৰৰ অন্ন খুবেই শুদ্ধ।"

এইকথা শুনি ৰজাৰ ইচ্ছা হ'ল, যদি এদিন সেই বুঢ়ীৰ ঘৰৰ অন্ন খাব পাৰিলোহেঁতেন। সেয়েহে ৰজাই এদিন নিজে ভিখাৰীৰ বেশ ধৰি বুঢ়ীৰ ঘৰলৈ গৈ ক'লে,— "মা, অলপ ভিক্ষা দিব?"

বুঢ়ীয়ে ঘৰৰ ভিতৰৰ পৰা ৰুটি আনি ক'লে, "লোৱা বাবা, ৰুটি আনিছো খোৱা।"

তেতিয়া ৰজাই ক'লে,— "মা, কথা এটা কোৱাচোন, এই ৰুটি শুদ্ধতো? ইয়াত কোনো স্বত্ব-দোষ নাইতো?"

ৰজাৰ কথা শুনি বুঢ়ীয়ে ক'লে,— "চোৱা বাবা, কথাটো এনেকুৱা যে ৰুটিখন একেবাৰে পূৰাপূৰি শুদ্ধ নহয়, কিয়নো ইয়াত কিঞ্চিৎ অন্যৰ স্বত্ব লগ হৈ আছে। এদিন ৰাতি এখন বিয়াৰ যাত্ৰী এইফালেৰে গৈছিল।

তেওঁলোকৰ লগত থকা লাইটৰ পোহৰত মই অলপ সময় সুতা কটাৰ কাম কৰিছিলোঁ। এইখিনিয়ে অন্যৰ স্বত্ব ইয়াৰ মাজত সোমাই আছে। ইয়াৰ বাহিৰে মোৰ উপাৰ্জনত আৰু কোনো অশুদ্ধি নাই।"

ৰজাই কথাটি শুনি অবাক হৈ গ'ল যে এই সামান্য দোষৰ ফালেও বুঢ়ীৰ কিমান সজাগ দৃষ্টি— 'অন্যৰ সেই পোহৰৰ ওপৰত মোৰ কি অধিকাৰ আছে যে মই সেই পোহৰত সুতা কাটিম?'

# ২৯. দুৰ্গতিৰ কাৰণ

দেহ আমাৰ বাবে খুবেই প্ৰিয় কিন্তু সেয়া নশ্বৰ (বিনাশশীল)। পিছে, যিবোৰ বস্তুৰ নাশ আছে, সেইবোৰ বস্তুৰ প্ৰতি প্ৰথমৰ পৰাই মায়া-মমতা ত্যাগ কৰা উচিত। যদি প্ৰথমৰ পৰাই মায়া-মমতা ত্যাগ নকৰোঁ, তেনেহ'লে ভৱিষ্যতে অনেক কষ্ট ভোগ কৰিব লাগে। টকা-পইচা, বিষয়-সম্পত্তি, নাম-যশ ইত্যাদিত যদি আসক্তি থাকে আৰু মন যদি তাতে লিপ্ত হয় তেনেহ'লে দুৰ্দশাৰ অন্ত নপৰে। পৰজন্মত সাপ আদি হৈ জন্ম লাভ কৰিব লাগিব— ভূত, প্ৰেত, পিশাচ ইত্যাদি কিমানযে আৰু কত কি হ'ব লাগে।

এজন সাধুবাবাৰ কথা শুনিছিলো। তেওঁ খুব অনাসক্ত ত্যাগী পুৰুষ আছিল। টকা-পইচা নুচুইছিল। নিৰ্জনত বহি সাধনা-ভজন কৰিছিল। এজন লোক তেওঁৰ বৰ ভক্ত আছিল। তেওঁ সাধুবাবাৰ সেৱা-শুশ্ৰূষা কৰিছিল। প্ৰতিদিনে সাধুৰ খোৱা-বোৱাৰ বস্তু ঠিক সময়ত দি গৈছিল। কোনো কাৰণত তেওঁ এবাৰ অন্যফালে যাবলগীয়া হ'ল। যোৱাৰ আগতে তেওঁ সাধুবাবাক ক'লে, "বাবা, মই অলপ বাহিৰলৈ যাব লাগিব।"

সাধুবাবাই ক'লে,— "বৎস, তুমি যোৱা। একো চিন্তা নকৰিবা, মোৰ খোৱা-বোৱাৰ চিন্তা তোমাৰ অধীন নহয়। তুমি যাব পাৰা।"

তথাপিও মানুহজনে ক'লে,— "বাবা, কিছু টকা আপোনাৰ সমুখত

সেইখিনিতে মাটিত পুতি ৰাখি গ'লো, যদি দৰ্কাৰ হয় তেনেহ'লে কাৰোবাৰ হতুৱাই কিছু আনি ল'ব।" এইবুলি বাবাজীৰ অনিচ্ছা সত্বেও তেওঁ টকাখিনি তাত পুতি ৰাখি গুচি গ'ল।

তাৰ কিছুদিন পিছত বাবাৰ অসুখ হ'ল আৰু মৰি থাকিল। মৰাৰ পিছত তেওঁ ভূতযোনি পালে। ৰাতি মানুহে তাত খৰমৰ খট্‌খট্‌ শব্দ শুনিবলৈ পায়। মানুহে ভাবে, এয়া আকৌ কি? কিহৰ শব্দ?

পিছত যেতিয়া সেই লোকজন ঘূৰি আহি শুনিলে যে সাধু মৰিছে তেতিয়া তেওঁৰ বৰ দুখ লাগিল। মানুহবোৰে জনালে যে "তাত ৰাতি খৰমৰ খট্‌ খট্‌ শব্দ হয়। বোধহয় কোনো ভূত-প্ৰেত হ'ব, পিছে কাৰো কোনো ক্ষতি নকৰে।"

মানুহজনে ৰাতি তাতেই থাকিল। সাধুক উদ্দেশ্য কৰি প্ৰাৰ্থনা কৰোতে কৰোতে তেওঁ দেখিলে সাধুজন তেওঁৰ সমুখত আহি থিয় হৈ আছে আৰু কৈছে "শুনা বৎস, মৰাৰ সময়ত তোমাৰ এই টকাবোৰৰ ফালে মোৰ মন গুচি গৈছিল, সেয়ে মোৰ আজি এই দশা। এতিয়া তুমি সেই টকাবোৰ কোনো সৎকামত ব্যয় কৰি দিয়া, তেতিয়াহে মই মুক্তি পাম।"

সাধুয়ে টকাখিনি নিজে ব্যৱহাৰ কৰা নাছিল, কিন্তু টকাখিনি "মোৰ বাবে পৰি আছে"— এই ভাৱনাতেই তেওঁৰ এই দশা হ'ল। মানুহজনে তাৰপৰা টকাখিনি লৈ গৈ সৎকামত দান কৰি দিলে; তেতিয়াহে সাধুয়ে মুক্তি পালে।

বৃন্দাবনৰ আৰু এটা ঘটনাৰ কথা মই শুনিছোঁ। এটা গলিত এজন ভিখাৰীয়ে ভিক্ষা কৰিছিল। তাৰ লগত ভিক্ষা কৰি পোৱা কিছু পইচা জমা হৈছিল। পিছে সি এদিন মৰি থাকিল। মৰাৰ সময়ত ভিক্ষাৰ মোনাটো তাৰ কাষতেই পৰি আছিল। সেইটো কোনেও চুৱা নাছিল। মানুহবোৰে এদিন দেখিলে যে এটা সৰু সাপ সেই মোনাটোৰ ওচৰত ঘূৰা-ঘূৰি কৰি আছে। সাপটো তাৰ পৰা দলিয়াই পেলাই দিলেও আকৌ বাৰে বাৰে তালৈকে ঘূৰি আহে। এবাৰ তেওঁলোকে সাপটো দূৰলৈ দলিয়াই পেলাই মোনাটো খুলি দেখে যে তাৰ ভিতৰত কিছু টকা আছে। সেই টকাখিনি তেওঁলোকে

কোনো সৎকামত ব্যয় কৰি দিলে আৰু সেইদিনাৰ পৰা সাপটো তাত আৰু দেখা নগ'ল।

এইযে কোনো কিছুৰ প্ৰতি মনৰ আসক্তি, ই অতি ভয়ংকৰ আৰু এই আসক্তি তেতিয়াই হয় যেতিয়া কোনো বস্তুৰ প্ৰতি ভালপোৱা, মায়া থাকে, বস্তু প্ৰভৃতিত যি আকৰ্ষণ, সেই আকৰ্ষণ ভগৱানৰ প্ৰতি জাগ্ৰত হোৱা উচিত।

## ৩০. আদৰ্শ মা

এটা সত্য ঘটনা। কোনো এখন গাঁৱত এটা মুছলমান পৰিয়ালে বাস কৰিছিল। মানুহজনৰ তিৰোতা প্ৰসৱৰ সময়ত মৰি থাকিলত তেওঁৰ ভয়ানক কষ্ট হ'ল। এনেয়ে পত্নী বিয়োগৰ দুখ, তাৰোপৰি সদ্যজাত অসহায় শিশুটিৰ প্ৰতি-পালনৰ চিন্তা।

তেওঁলোকৰ ওচৰতে এজন গুৱালে বাস কৰিছিল। তেওঁৰ ঘৰতো দুদিন হ'ল এটি শিশুৰ জন্ম হৈছে। গুৱালৰ পত্নীয়ে সেই মুছলমান মানুহজজনৰ দুখৰ কথা শুনি তেওঁৰ স্বামীক ক'লে,— "সেই কেঁচুৱাটো মোৰ ওচৰলৈ আনি দিয়া। মই তাক লালন-পালন কৰিম।"

গুৱালে সেই মুছলমান ভদ্ৰলোকক কৈ তেওঁৰ শিশুটিক ঘৰলৈ আনি পত্নীৰ হাতত গতাই দিলে। গুৱালৰ পত্নীয়ে দুয়োটা শিশুকেই নিজৰ শিশুৰ দৰে পালন কৰিবলৈ ধৰিলে। মুছলমানৰ শিশুটিক তেওঁ নিজৰ স্তনৰ গাখীৰ খুৱাইছিল, খুব মৰম কৰিছিল। এইটো মোৰ ল'ৰা আৰু আনটো অন্যৰ ল'ৰা— এই ধৰণৰ মনোভাৱ তেওঁৰ নাছিল। ল'ৰাটোৱে যেতিয়া লাহে লাহে ডাঙৰ হৈ আহিল, তাৰ লিখা-পঢ়া কৰাৰ বয়স হৈ আহিল তেতিয়া গুৱালে সেই মুছলমান ভদ্ৰলোকক মাতি আনি ক'লে,— "এতিয়া আপোনাৰ ল'ৰা আপুনি লৈ যাওক, তাক লিখা-পঢ়া শিকাওক। নিজৰ মনৰ মতে মানুহ কৰি গঢ়ি তোলক।"

মুছলমান ভদ্রলোকে তেওঁৰ ল'ৰাটোক আনি লিখা-পঢ়া শিকালে। ডাঙৰ হৈ ল'ৰাজনে লিখা-পঢ়া শিকি কোনো এখন হস্পিতালত কম্পাউণ্ডাৰৰ চাকৰিত সোমাল। দৈৱক্রমে সেই গুৱালৰ পত্নীৰ এবাৰ খুব অসুখ হ'ল। চিকিৎসাৰ বাবে তেওঁক হস্পিতালত ভৰ্তি কৰা হ'ল। ডাক্তৰে তেওঁক পৰীক্ষা কৰি ক'লে,— "এওঁক তেজ দিব লাগিব, নহ'লে বচোৱা নাযাব। তেজ দিলে সুস্থ হৈ উঠিব।"

কিন্তু কোনে তেজ দিব? বহুতৰে তেজ পৰীক্ষা কৰা হ'ল। পৰীক্ষাত দেখা গ'ল যে সেই মুছলমান ল'ৰাটোৰ তেজ ৰোগীৰ তেজৰ লগত মিলে। গুৱালৰ পত্নীয়ে কিন্তু ল'ৰাটোক চিনি নাপালে, কিন্তু ল'ৰাজনে চিনি পালে যে এৱেঁই তাৰ পালিতা মা, যিয়ে নিজৰ বুকুৰ গাখীৰ খুৱাই তাক পালন কৰিছিল। শৈশৱত বুকুৰ গাখীৰ খোৱা মাকৰ তেজৰ লগত তাৰ তেজৰ গ্রুপ মিলি গৈছে।

কম্পাউণ্ডাৰক সোধা হ'ল,— "তুমি তেজ দিব পাৰিবা?"

কম্পাউণ্ডাৰে ক'লে,— "মই তেজ দিব পাৰো, কিন্তু দুশ টকা লাগিব।"

গুৱালে তাক দুশ টকা দিলে আৰু ল'ৰাজনেও প্রয়োজন অনুসৰি তেজ দিলে। গুৱালনী তাৰ পিছত লাহে লাহে সুস্থ হৈ উঠিল আৰু এদিন হস্পিতালৰ পৰা ছুটি পাই ঘৰলৈ গুচি গ'ল।

কিছুদিন পিছত কম্পাউণ্ডাৰ ল'ৰাজনে গুৱালৰ ঘৰলৈ আহি দুই হাজাৰ টকা গুৱালনীৰ ভৰিৰ ওচৰত থৈ ক'লে,— "তুমি মোৰ মা। মই তোমাৰেই ল'ৰা। তুমি মোক পালন কৰিছা। এই টকাখিনি তুমি ৰাখি থোৱা।"

গুৱালনীয়ে সেই টকাখিনি ৰাখিবলৈ অমান্তি হোৱাত তেওঁ ক'লে,— "এই টকাখিনি তুমি ল'বই লাগিব।"

তেতিয়া হস্পিতালৰ সকলো ঘটনাৰ কথা তেওঁ গুৱালনীক জনাই ক'লে,— "তেজ দিয়াৰ সময়ত মই দুশ টকা লৈছিলো এই কাৰণেই যে তুমি হয়তো বিনা পইচাই তেজ ল'বলৈ নিবিচাৰিবা আৰু তেজ নল'লে তোমাক বচাবও পৰা নগ'লহেঁতেন। এই তেজতো আচলতে তোমাৰেই।

তোমাৰ গাখীৰ খায়েই মই মানুহ হৈছোঁ। গতিকে এই শৰীৰ, মোৰ সকলো তোমাৰেই। মোৰ টকা সৎপথেৰে উপাৰ্জিত। তোমাৰ কৃপাত মই পিয়াজ, নহৰু পৰ্যন্ত নাখাওঁ। অপৱিত্ৰ, অশুদ্ধ বস্তুত মোৰ ৰুচি নাই। গতিকে এই পৱিত্ৰ টকা তুমি ল'বই লাগিব।" এইবুলি তেওঁ জোৰ কৰি গুৱালনীক টকাখিনি দি দিলে। গুৱালৰ পত্নী খুব শুদ্ধাচাৰী মহিলা আছিল। যাৰ বাবে তেওঁৰ গাখীৰৰ প্ৰভাৱত সেই ল'ৰাজনৰ অশুদ্ধ খাদ্য-বস্তু আনকি পিয়াজ-নহৰুও খোৱাৰ প্ৰবৃত্তি নহ'ল।

আপোনালোকে এবাৰ ভাবি চাওক, জগতত যিমান মা আছে সকলোৱে নিজৰ নিজৰ সন্তানক পালন কৰে। আমাৰ সকলোকে মা-বাইদেৱে পালন কৰিছে, কিন্তু তেওঁলোকৰ বিষয়ে কোনেও একো নকয় আৰু কোনেও কোৱাৰ প্ৰয়োজনো বোধ নকৰে। কিন্তু এই গুৱালনী মাৰ কথা আমি আজিও আলোচনা কৰোঁ। আমাৰ হৃদয়ত এই ঘটনাৰ প্ৰভাৱ পৰে। তেওঁৰ মনত কিমান দয়াৰ ভাব— এয়াই তেওঁৰ বিশেষত্ব। তেওঁৰ মনত এনে ভেদাভেদ ভাব নাছিল যে মই কিয় অন্যৰ ল'ৰাক পালন কৰিম? সেই কাৰণে আজি আমি তেওঁৰ গুণ-গান কৰিছোঁ যে কিমান উদাৰ মা আছিল তেওঁ, তেওঁ অন্যৰ ল'ৰাক নিজৰ গাখীৰ খুৱাই ডাঙৰ কৰি আকৌ তেওঁৰ বাপেকৰ কাষলৈ ঘূৰাই পঠিয়াইছিল। নিজৰ সন্তানকতো কুকুৰেও পালন কৰে, সেয়া ডাঙৰ কথা নহয়।

## ৩১. ৰজাৰ প্ৰতি উপদেশ

এজন ৰজা আছিল। তেওঁ এদিন সন্ধ্যা সময়ত ৰাজপ্ৰাসাদৰ চাদৰ ওপৰত কেইজনমান সঙ্গী লৈ বিচৰণ কৰিছিল, প্ৰাসাদৰ পিছফালে এটা ভগা দালান আছিল। এই ভগা দালানটোতে কেতিয়াবা কেতিয়াবা সাধু-সন্ত আহি কিছুদিন থাকিছিল। ৰজাই সেই ভগা দালানটো দেখুৱাই তেওঁৰ সঙ্গীসকলক ক'লে,— "তাত এজন ভাল সাধু আহি মাজে মাজে থাকে

নহয় নে?”

ৰজাৰ সঙ্গীসকলে ক'লে,— “হয় মহাৰাজ, আহিছিল, কিন্তু বহুবছৰ হ'ল তেওঁ অহা দেখা নাই।”

ৰজাই ক'লে,— “তেওঁ বৰ অনাসক্ত, ত্যাগীপুৰুষ আছিল। তেওঁক দেখা পালে বৰ শান্তি পালোহেঁতেন। তেওঁক যদি পালোহেঁতেন, তেনেহ'লে কিছু কথা সুধিলোহেঁতেন। তেওঁক বিচাৰি উলিয়াব নোৱাৰিবানে?”

ৰজাৰ মানুহবোৰে বিচাৰ-খোচাৰ কৰি জনালে যে সেই সাধুবাবাৰ মৃত্যু হৈছে। মানুহেতো সদায় এই ভুলেই কৰে, যেতিয়া মানুহজন বাচি থাকে তেতিয়া তাৰ পৰা কিবা শিকাৰ কথা মনত নেখেলে আৰু যেতিয়া মৰি যায় তেতিয়া কান্দি-কাটি চকুপানী উপচায়। সাধুবাবাৰ মৃত্যুৰ খবৰ শুনি ৰজাই ক'লে,— “হাঁয়, হাঁয়, মোৰ বৰ ভুল হৈ গ'ল, মই তেওঁৰ পৰা একো জ্ঞান ল'ব নোৱাৰিলো। এতিয়া তেওঁৰ যদি কোনো শিষ্য আছে তেওঁক লৈ আহাঁ, মই তেওঁৰ লগত কথা পাতিব খোজো।”

ৰজাৰ মানুহবোৰে বিচাৰ-খোচাৰ কৰোতে কৰোতে এজন সাধুক লগ পালে। তেওঁলোকে সাধুক সুধিলে, “বাবা, আপুনি অমুক বাবাক জানেনে?”

সাধুবাবাই ক'লে,— “হাঁ, জানো, তেওঁ বৰ উচ্চ স্তৰৰ সাধু আছিল।”

তেওঁলোকে আকৌ সুধিলে,— “আপুনি তেওঁৰ শিষ্য নেকি?”

সাধুজনে ক'লে, “নহয় ভাই, তেওঁ কাকো শিষ্য কৰা নাছিল। পিছে হাঁ, মই বহুদিন তেওঁৰ লগত আছিলো।”

এই খবৰ ৰজাৰ কাষ পালেগৈ। ৰজাই তেওঁক লৈ অহাৰ বাবে আদেশ দিলে। ৰজাৰ লোকসকলে সাধুৰ ওচৰলৈ গৈ ক'লে,— “বাবা, মহাৰাজে এবাৰ আপোনাক মাতিছে।”

সাধুজীয়ে ক'লে,— “ভাই, মই কি অপৰাধ কৰিলো যে ৰজাই মোক মাতি পঠিয়াইছে?”

তেওঁলোকে ক'লে,— “নহয় সাধুবাবা, তেওঁ আপোনাৰ লগত সৎসঙ্গ কৰাৰ বাবে, পাৰমাৰ্থিক কথাবাৰ্তা শুনিবৰ কাৰণে মাতিছে। আপুনি আমাৰ

লগত বলক।”

সাধুৱে তেতিয়া ৰাজি হ’ল আৰু তেওঁলোকৰ লগত ৰাজপ্ৰাসাদলৈ বুলি ৰাওনা হ’ল। ৰাস্তাৰ মাজত এটা গলিৰ মুখত এজনী কুকুৰৰ কেইটিমান পোৱালি জন্মিছিল। সাধুজীয়ে সিহঁতৰ মাজৰ পৰা এটা পোৱালি তুলি লৈ চাদৰৰ তলত লুকুৱাই ৰজাৰ লোককেইজনৰ লগত যাবলৈ ধৰিলে।

ৰাজদৰবাৰত উঠা-বহা প্ৰভৃতি সকলো ক্ষেত্ৰতে খুবেই মৰ্যাদা ৰখা হয়। কাক কোন আসনত বহিব দিয়া হ’ব, কাক কিদৰে অভ্যৰ্থনা কৰা হ’ব, কাক উচ্চত, কাক নীচত আসন দিয়া হ’ব— এইবোৰৰ ফালে বিশেষ লক্ষ্য ৰখা হয়। ৰজাই সাধুক বহিবৰ বাবে দলিচা পাৰি দিলে আৰু নিজেও সেই দলিচাত বহি ল’লে যাতে উচ্চ-নীচৰ কোনো ভেদ নাথাকে। সাধুবাবাই দলিচাত বহিয়েই নিজৰ ভৰি দুখন ৰজাৰ ফালে মেলি দিলে, তাকে দেখি ৰজাই চিন্তা কৰিলে, ই মহা মূৰ্খ, ব্যৱহাৰ নাজানে। কোনোদিনে ৰাজসভালৈ অহা নাই বাবেই ৰজাৰ সমুখত কিদৰে বহিব লাগে নাজানে।

ৰজাই সাধুবাবাক সুধিলে,— “সাধুজী, ভৰি কেতিয়াৰ পৰা মেলিছে?”

বাবাজীয়ে ক’লে, “যিদিনাৰ পৰা হাত কোছাই লৈছো।”

ইয়াৰ তাৎপৰ্য এয়ে যে যদি কিছু পোৱাৰ ইচ্ছা থাকে, তেতিয়া হাত বঢ়াই দিয়ে, ভৰি কোছাই লয়, কিন্তু যদি একো ল’বৰ নাথাকে, তেন্তে হাত কোছাই লয় আৰু ভৰি মেলি দিয়ে।

এইবাৰ বাবাজীয়ে ভদ্ৰ হৈ বহিল। ৰজাই উত্তৰ শুনি চিন্তা কৰিলে, এওঁতো মূৰ্খ নহয় বৰং খুব বুদ্ধিমান, ত্যাগী আৰু জ্ঞানী। ৰজাই তেওঁৰ পৰা সেই মৃত সাধুবাবাৰ সম্বন্ধে জানিব বিচাৰিলে। বাবাজীয়ে ক’লে,— “তেওঁ খুব উচ্চ স্তৰৰ সাধু আছিল। তেনেকুৱা সাধু খুব কমেই দেখা যায়।”

ৰজাই সুধিলে,— “আপুনি তেওঁৰ লগত আছিলনে?”

সাধুৱে ক’লে,— “হয়, মই তেওঁৰ লগত আছিলো।”

ৰজাই সুধিলে,— “আপুনি তেওঁৰ পৰা কিবা পাইছেনে?”

সাধুৱে ক'লে,— "নাই মহাৰাজ, মই একোৱেই নাপালো।"

ৰজাই সুধিলে,— "তেনেহ'লে আপুনি শূন্যই থাকি গ'ল?"

সাধুৱে ক'লে,— "সেই ধৰণৰ মহাপুৰুষৰ লগত থাকিলে কোনেও কেতিয়াও শূন্য (অজ্ঞান) হৈ থাকিব নোৱাৰে। মই একোৱেই লোৱা নাই, কিন্তু কিবা থাকি গৈছে।"

ৰজাই সুধিলে,— "কি থাকি গৈছে?"

সাধুৱে ক'লে,— "যেনেদৰে পাত্ৰৰ পৰা কস্তুৰী বাহিৰ কৰি নিয়াৰ পিছতো পাত্ৰত সুগন্ধ থাকি যায়, বৈয়ামৰ পৰা ঘিউ বাহিৰ কৰি নিলেও তাৰ ভিতৰত গন্ধ থাকি যায়, সেইদৰে সাধুজীৰ লগত থাকি তেওঁৰ সৌৰভ, তেওঁৰ জ্ঞানে মোৰ জীৱন স্পৰ্শ কৰিছে।"

ৰজাই সুধিলে,— "সাধুবাবা, সেই জ্ঞান, সৌৰভ কেনে মোক কওক।"

সাধুবাবাই ক'লে,— "মহাৰাজ, এইবোৰ সাধু-ফকিৰৰ কথা, ৰজাসকলৰ কথা নহয়। আপুনি জানি কি কৰিব?"

ৰজাই ক'লে,— "নহয় সাধুবাবা, আপুনি ক'বই লাগিব।"

সাধুৱে তেতিয়া চাদৰৰ ভিতৰৰ পৰা লুকাই অনা কুকুৰৰ পোৱালিটো বাহিৰ কৰি ৰজাৰ সমুখত নমাই ৰাখিলে।

ৰজাই ক'লে,— "মই একোৱেই নুবুজিলো বাবা।"

সাধুৱে কলে,— "আপুনি বেয়া নাপায়তো?"

ৰজাই ক'লে,— "সাধুবাবা, মইতো সুধিছোৱেই, বেয়া পোৱাৰ কি কথা আছে?" আপুনি সঁচা কথা কওক।"

সাধুবাবাই ক'লে,— "মহাৰাজ, আপুনি আৰু এই কুকুৰ পোৱালিটোৰ মাজত মই কোনো প্ৰভেদ দেখা নাপাওঁ। এইযে সমদৃষ্টি, সেয়া হৈছে সাধু-মহাত্মাৰ সঙ্গ লাভৰ সুগন্ধ, জ্ঞান। এই পোৱালিটো অতি নগন্য প্ৰাণী আৰু আপুনি এজন বিশেষ ব্যক্তি। এইটো ঠিক, কিন্তু মোৰ দৃষ্টিত সেয়া নহয়। আপোনাৰো প্ৰাণ আছে, আপোনাৰ শ্বাস-প্ৰশ্বাস চলিছে, ইয়াৰো

প্ৰাণ আছে, ইয়াৰো শ্বাস-প্ৰশ্বাস চলিছে। আপোনাৰ শৰীৰো পঞ্চভূতেৰে গঢ়া, ইয়াৰ শৰীৰো পঞ্চভূতেৰে গঢ়া। আপুনি দেখা পাই আছে, ইয়ো দেখা পাইছে। আপুনি খোৱা-বোৱা কৰে, ইও খোৱা-বোৱা কৰে। গতিকে আপোনাৰ আৰু ইয়াৰ মাজত পাৰ্থক্য কি কওক? এই জগতৰ সকলো জীৱৰ মাজত কিবা নহয় কিবা বিশেষত্ব আছে। কাৰোবাৰ মাজত এক ৰকম বিশেষত্ব আৰু এজনৰ মাজত অন্যৰকম; কিন্তু সামগ্ৰিকভাৱে সকলোৱেই এক। আপুনি উচ্চ পদত আছে আৰু ই নীচত আছে— এই পাৰ্থক্য তেতিয়া, যেতিয়া আপোনাৰ লগত মোৰ স্বাৰ্থৰ সম্বন্ধ থাকিব। মোৰ লগত কাৰো স্বাৰ্থৰ সম্বন্ধ নাই। আপোনাৰ পৰা মই কিবা ল'বলৈ বিচাৰো নে কুকুৰ পোৱালিটোৰ পৰা কিবা বিচাৰো। তেনেহ'লে আপোনাৰ আৰু কুকুৰটোৰ মাজত পাৰ্থক্য ক'ত? আপুনি ভুল নুবুজিব মহাৰাজ, আপুনি ক'বলৈ অনুৰোধ কৰা বাবেই মই সঁচা কথাখিনি কৈ পেলালো। মই আপোনাক অপমান কৰা নাই, বৰং আপোনাক সন্মান কৰোঁ, কিয়নো আপুনি হ'ল প্ৰজাৰ পালক।"

ইয়াৰ তাৎপৰ্য এয়েই যে যেতিয়া জগত-সংসাৰৰ পৰা আমাৰ কিবা লোৱাৰ কামনা হয় তেতিয়াই ধনী-গৰীৱ এই ভেদাভেদ চকুত পৰে। যদি আমাৰ মনত একো পোৱাৰ কামনা নাথাকে তেনেহ'লে ধনী নাইবা দুখীয়া— যাৰ লগতেই সম্পৰ্ক নহওক কিয়, তাৰ পৰা কি আহে বা যায়?

এজন সাধু আছিল। তেওঁ ঘৰে ঘৰে ভিক্ষা কৰি ফুৰিছিল আৰু তাতেই বহি খাইছিল। এইটো তেওঁৰ প্ৰতিদিনৰ নিয়ম আছিল, ভিক্ষা কৰি ঘূৰাৰ সময়ত ৰাস্তাত বৰ ভিৰ থাকে সেয়ে চুৰা-চুয়িৰ ভয়ত তেওঁ তাতে বহিয়েই খাই লৈছিল। এদিন খোৱাৰ পিছত তেওঁ পাত্ৰটো ধুবলৈ লৈছিল। এজন ধনীমানুহে দেখি ক'লে,— "বাবা, আপোনাৰ পাত্ৰটো মই ধুই দিওঁ।"

সাধুবাবাই ক'লে,— "তোমাক মোৰ থাল ধূবলৈ দিম কিয়?"

ধনীমানুহজনে ক'লে,— "ঠিক আছে তেনেহ'লে মোৰ চাকৰে সেইটো মাজি দিয়ক।"

সাধুৱে ক'লে,— "মোৰ মনত তুমি আৰু তোমাৰ চাকৰৰ কি পাৰ্থক্য? তুমি মাজা বা তোমাৰ চাকৰেই মাজক তাত পাৰ্থক্য কিহৰ? পাৰ্থক্যটো তেতিয়াই হ'ব যেতিয়া তোমাক মই ডাঙৰ মানুহ আৰু চাকৰটোক সাধাৰণ মানুহ বুলি ভাবিলোহেঁতেন। মোৰ ওচৰত তুমি যেনেকুৱা সন্মানৰ, তোমাৰ চাকৰটোও তেনেকুৱা সন্মানৰ। চাকৰতো তোমাৰ, মোৰতো নহয়। মই জানো তাৰ দৰমহা দিওঁ? তোমাৰ লগত আৰু তোমাৰ চাকৰৰ লগততো মোৰ একেই সম্বন্ধ। পাৰ্থক্য তেতিয়াই হ'ব, যেতিয়া মোৰ মনত কিবা পোৱাৰ ইচ্ছা হ'ব, অনুৰাগ-বিদ্বেষপূৰ্বক সম্বন্ধ স্থাপনৰ বাসনা থাকিব।

# ৩২. গীতাৰ প্ৰভাৱত প্ৰেতনীৰ পলায়ন

গীতা পাঠ আৰু গীতা শ্ৰৱণৰ মাহাত্ম্য সম্পৰ্কে কোৱাৰ আৱশ্যক নাই। গীতা গ্ৰন্থ ঘৰত ৰখাও মহাপুণ্যৰ কাম।

এজন চিপাহী আছিল, তেওঁ ঘৰলৈ আহি আছিল। ৰাতিৰ সময়, জোনাক ৰাতি। জোনৰ পোহৰত এজোপা গছৰ তলত তেওঁ এক সুন্দৰী যুৱতী ছোৱালী দেখা পালে। ছোৱালী জনীৰ কাষলৈ গৈ তেওঁ তাইৰ লগত কথা পাতিলে। ছোৱালীজনীয়ে সুধিলে,— "মই আপোনাৰ লগত যামনেকি?"

চিপাহীয়ে ক'লে, "আহাঁ।"

চিপাহীৰ কথা শুনি ছোৱালীজনীয়ে চিপাহীৰ পিছে পিছে তেওঁৰ ঘৰ পৰ্যন্ত আহিল। আচলতে ছোৱালীজনী আছিল এজনী প্ৰেতনী।

ইয়াৰ পিছতো ছোৱালীজনী সদায় চিপাহীজনৰ ঘৰলৈ আহিব ধৰিলে। তাই চিপাহীৰ লগত শুৱে, ফুৰ্তি কৰে আৰু ৰাতি পুৱালে গুচি যায়। এইদৰে প্ৰেতনীয়ে চিপাহীৰ তেজ শুহি খাবলৈ ধৰিলে। দিনৰ পিছত দিন এইদৰেই চলি থাকিল আৰু চিপাহীও দিনে দিনে ৰক্ত শূন্য, দুৰ্বল হৈ

যাবলৈ ধৰিলে। এদিন ৰাতি সিহঁত দুয়ো শুইছে, চাকিটো নুমুৱাবলৈ পাহৰিছে। চিপাহীয়ে ক'লে,— "চাকিটো নুমুৱাই দিয়া।"

ছোৱালীজনীয়ে তেতিয়া শুই শুয়েই তাইৰ হাতখন দীঘল কৰি বঢ়াই দি চাকিটো নুমুৱাই দিলে। এই কাণ্ড দেখি চিপাহীৰ চেতনা জাগিল। সি বুজি পালে,— এইটো কোনো সাধাৰণ ছোৱালী নহয়, আচলতে এই প্ৰেতনী। সি বৰ ভয় খাই গ'ল। প্ৰেতনীয়ে তাক ধমক দি ক'লে,— "খবৰদাৰ, মোৰ কথা কাকো নকবি, ক'লে তোক মাৰি পেলাম।"

সেইদৰে তাই সদায় ৰাতি আহি ৰাতিপুৱা গুচি যায়।

চিপাহীজনৰ শৰীৰটো দিনে দিনে শুকাই যাবলৈ ধৰিলে। মানুহে তাক সোধে, "ভাই, তুমি ইমান দুৰ্বল হৈ গৈ আছা কিয়? কথাটো কি?"

প্ৰেতনীৰ ভয়তে চিপাহীয়ে কাকো একো ক'ব নোৱাৰিলে। এদিন চিপাহীয়ে দোকানৰ পৰা ঔষধ আনিবলৈ গ'ল। দোকানীয়ে কাগজত ঔষধৰ পুৰীয়া তৈয়াৰ কৰি দিলে আৰু চিপাহীয়ে সেই পুৰীয়া পকেটত লৈ ঘৰ পালে।

ৰাতি সেই প্ৰেতনীয়ে দূৰৰ পৰাই চিপাহীক ক'লে, "তোৰ পকেটত থকা পুৰীয়াটো পেলাই দে।"

চিপাহীৰ দৃঢ় বিশ্বাস হ'ল যে এই পুৰীয়াত কিবা এটা আছে, যাৰ বাবে প্ৰেতনীজনী ঘৰৰ ভিতৰলৈ আহিব পৰা নাই।

চিপাহীয়ে ক'লে, "পুৰীয়া মই নেপেলাওঁ।" চিপাহীয়ে তাইৰ কথা নুশুনিলে তেতিয়া তাই তাৰ পৰা গুচি গ'ল। চিপাহীজনে তেতিয়া পকেটৰ পৰা পুৰীয়া উলিয়াই চালে যে যিখন কাগজত পুৰীয়া বান্ধি দিছিল সেই কাগজখন এখন গীতাৰ ফলা পাত। গীতাৰ ইমান প্ৰভাৱ দেখি চিপাহীয়ে সিদিনাৰ পৰা সকলো সময়তে নিজৰ লগত এখন গীতা ৰাখিবলৈ ধৰিলে। সেই প্ৰেতনীজনী আৰু কোনোদিনে তাৰ ওচৰলৈ নাহিল।

❀ যদিহে কৰিব পৰা কাম কৰাই ল'ব বিচৰা তেন্তে তেওঁক ওচৰলৈ নামাতি তেওঁৰ ওচৰলৈ তুমি যোৱা।

❀ সহজ সৰল ভাৱে থাকিব লাগে।

❀ স্বাৱলম্বী হোৱা উচিত।

❀ জীৱনত অধিক খৰছী হ'ব নালাগে। ঋষি মুনি সকল অধিক খৰছী নহয়। অধিক খৰছী মানুহ ধন আৰু আন মানুহৰ দাস হ'ব লগীয়া হয় । তাৰ ফলত পাপ কাম বেছি হয়। বিনা কাৰণত ঘৰে ঘৰে ঘূৰি ফুৰিব লগা হয়।

❀ শৰীৰ নিৰ্বাহৰ বাবেও অনাসক্ত ভাৱেই যি কোনো পদাৰ্থৰ প্ৰয়োগ কৰিব লাগে।

❀ খোৱাৰ সময়ত সোৱাদৰ প্ৰতি চকু দিব নালাগে কিয়নো - সোৱাদেই পতনৰ কাৰণ। স্বাস্থ্যৰ প্ৰতি দৃষ্টি ৰখাটো বৈৰাগ্যতকৈ কম নহয়।

❀ কল্যাণকামী মানুহে বৈৰাগ্য মুক্ত হৈ কেৱল স্বাস্থ্য ৰক্ষাৰ বাবে ভোজন কৰিব লাগে।

❀ ব্যৱহাৰৰ সময়ত ভজন, ধ্যানেই প্ৰধান আৰু সাংসাৰিক কামত গৌণ ভাৱ ল'ব লাগে।

❀ শোৱাৰ সময়ত ভগৱানৰ নাম , ৰূপ, স্মৰণ বিশেষভাৱে কৰিব লাগে । যাতে শোৱা সময় খিনিও বিফলে নাযায়। শোৱাৰ সময়ত সাধনাৰ সময় বুলি ভাবি সাংসাৰিক কামনা বাসনাৰ প্ৰবাহক পাহৰি গৈ ভগৱানৰ নাম, ৰূপ , গুণ, ভগৱানৰ প্ৰভাৱ , চৰিত্ৰ, স্মৰণ কৰি শুৱ লাগে।

❀ নিজৰ ওপৰত ভগৱানৰ অহৈতুকী দয়া আৰু প্ৰেম আছে এই বুলি ভাৱি প্ৰতিটো মুহুৰ্ত্ত আনন্দ মনেৰে থাকিব লাগে।

❀ সকলো প্ৰাণীৰ প্ৰতি নিস্বাৰ্থ দয়া আৰু প্ৰেম থাকিব লাগে।

❀ একান্ত মনে মনত সদায় ভাৱিব লাগে যে মই পৰমাত্মাৰ বাদে আন কাকো - চিন্তা নকৰো। কিয়নো ব্যৰ্থ চিন্তা বৰ হানি কাৰক।

—**"সৎ সঙ্গৰ কিছু সাৰ কথা"** পুথিৰ পৰা উদ্ধৃত

।। শ্ৰীহৰিঃ ।।

# গীতা প্ৰেছ, গোৰখপুৰ দ্বাৰা অসমীয়া ভাষাত প্ৰকাশিত পুথিসমূহৰ সূচী–

| ক্ৰমাঙ্ক | কোড্ | পুথি |
|---|---|---|
| ১ | 714 | শ্ৰীমদ্‌ভগৱদ্‌গীতা |
| ২ | 2041 | গীতা প্ৰবোধনী |
| ৩ | 1564 | মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ |
| ৪ | 1222 | শ্ৰীশ্ৰীমদ্ভাগৱতমহাত্ম্য |
| ৫ | 1487 | গৃহাশ্ৰমত থাকিব লাগে কেনেকৈ |
| ৬ | 624 | গীতা-মাধুৰ্য |
| ৭ | 2008 | মানৱ মাত্ৰৰ কল্যাণৰ বাবে |
| ৮ | 1963 | সুন্দৰকাণ্ড |
| ৯ | 1715 | আদৰ্শ আইজো সুশীলা |
| ১০ | 1323 | শ্ৰীহনুমানচালীসা |
| ১১ | 1515 | শিৱচালীসা |
| ১২ | 703 | গীতা পাঠৰ লাভ |
| ১৩ | 1924 | সৎ সঙ্গৰ কিছু সাৰ কথা |
| ১৪ | 1984 | ভজ গোবিন্দম্ |
| ১৫ | 2086 | শৰণাগতি |
| ১৬ | 2126 | এজন সন্ন্যাসীৰ ইচ্ছাপত্ৰ |
| ১৭ | 2150 | নল-দময়ন্তী |
| ১৮ | 2167 | আহাৰ নিৰামিষ নে আমিষ? সিদ্ধান্ত নিজেই লওক |
| ১৯ | | দয়াশীল আৰু পৰোপকাৰী বালক-বালিকা |
| ২০ | | গুৰু অবিহনে জানো মুক্তি লাভ নহ'ব? |
| ২১ | | আদৰ্শ গল্প সংকলন |